# ঈ চিং

জ্ঞান আৰু সৌভাগ্য আহৰণৰ
পৃথিৱীৰ আদিমতম কালজয়ী শাস্ত্ৰ

ফৃ ছী

# আগলি কলপাতৰ উপকৰণ

প্ৰকৃতি প্ৰাপ্ত শিক্ষা, দীক্ষা, জ্ঞান, অভিজ্ঞতা, কৰ্মপ্ৰেৰণা, পৰিচালনা, চিন্তা শক্তিৰ বৃদ্ধি, তাৰ নিৰৱচ্ছিন্ন বিকাশ, তাৰ প্ৰকাশ, বিচাৰ বিশ্লেষণ, ধৰ্ম, সমাজ, সংহতি, সংস্কৃতি, সামাজিক ব্যৱস্থা, দেশৰ শাসন পদ্ধতি, সৈন্য পৰিচালনা, বিশ্বাস, আস্থা, কৃষিকৰ্ম, উৎসৱ, ক্ৰীড়া ইত্যাদি নানান সোণসেৰীয়া কথাৰে যিখন গ্ৰন্থ সমৃদ্ধ, যিখন গ্ৰন্থ ৫,০০০ বছৰৰ আগতে তাইসকলৰ দেশত (চিন দেশত) তাই ভাষাত ৰচিত হৈছিল সেই অমূল্য সম্পদ কুন্দত কটা গ্ৰন্থখনৰ নামেই 'ঈ চিঙ'।

'ঈ চিঙ' ৰচনা হোৱাৰ আগতে নানান গোট, গোষ্ঠী, সম্প্ৰদায়, জাতি বিশাল চিনত বসবাস কৰি আছিল। হাজাৰ হাজাৰ বছৰ ধৰি তেওঁলোকৰ মাজত অনেক বিশ্বাস আৰু আস্থাই গঢ় লৈ উঠে। সেই সমূহ ধাৰণা, বিশ্বাস, আস্থা, কৰ্ম সংস্কৃতি আৰু মানৱতাৰ ওপৰত সৰ্বাধিক গুৰুত্ব প্ৰদান কৰি ৰচনা কৰা হয় 'ঈ চিঙ'। সেই মহান গ্ৰন্থ লেখকৰ ভাষাত 'ঈ চিঙ' ৰচনা কৰি উলিয়াই মহামানৱ, মহানায়ক, মানৱ প্ৰেমিক, সমাজ সংগঠক, দূৰদৃষ্টিসম্পন্ন ফু ছী স্বৰ্গদেউৱে।

মহান পুৰুষ বয় কম ম'সকলৰ হাতত ই এখন শাস্ত্ৰ। এই শাস্ত্ৰ খনে জনসাধাৰণৰ মাজত সৰ্বাধিক গুৰুত্ব পাইছিল। মুল কথা হ'ল এই শাস্ত্ৰৰ নীতি নিৰ্দেশনা মতেই পুৰাতন কালত সমাজ, সভ্যতা, সংস্কৃতি পুব এছিয়াত গঢ় লৈ উঠিছিল। ঈ চিঙ তাও জ্ঞান শিক্ষাৰ প্ৰথমখন প্ৰাচীনতম শাস্ত্ৰ। ঈ চিঙ শাস্ত্ৰৰ মন পৰশা, হৃদয় জয় কৰা কথাবোৰ কাছৰ চলণ্ডত লিপিবদ্ধ কৰে। লিপিবদ্ধ কৰে আকৌ প্ৰতীক চিহ্নত হে। প্ৰতীক চিহ্নবোৰে অভিধা, লক্ষণাই নহয়, ব্যঞ্জনাও প্ৰকাশ কৰে। সেইবোৰে পৰিৱৰ্তনৰ কথাও কয়। ঈ চিঙ শাস্ত্ৰই প্ৰকৃতিৰ পৰিৱৰ্তনৰ দোহাই

দি মানব জীৱন আৰু সমাজৰ পৰিবৰ্তনৰ উপৰি পৰিবৰ্দ্ধনক সীমাবদ্ধ কৰি ৰখাৰ কথা আমাক কয়। বিশ্ব ব্ৰহ্মাণ্ডৰ পৰিবৰ্তন বা নতুনত্বৰ কথাও এই শাস্ত্ৰই জানিবলৈ দিয়ে। ঈ চিঙ হৈছে ধন দি কিনিব নোৱাৰা এখন গ্ৰন্থ। ২৫ লাখ বছৰৰ আগতে পূব এছিয়াত বেইজিং মানৱৰ আবিৰ্ভাৱ ঘটে। এই বেইজিঙৰ পৰা এদিন তাই জাতি উদ্ভৱ হৈ বিকাশ ঘটি এছিয়া মহাদেশক স্বৰ্গপুৰীলৈ ৰূপান্তৰ ঘটাই বিশ্ববাসীক জনাই দিছিল, 'আমি মানুহ, আমি তাই। তাও আমাৰ ধৰ্ম-দৰ্শন। তাই আমাৰ ভাষা।'

অসম ভূমিত ঈ চিঙৰ বিশাল প্ৰভাৱ আজিও আছে। তাই জনজাতিবোৰৰ মাজত ঈ চিঙ স্নেহ আৰু শ্ৰদ্ধাৰ পবিত্ৰ গ্ৰন্থ, শাস্ত্ৰ। বহুলোকে ঈ চিঙৰ নামেই শুনা নাই। কিন্তু ঈ চিঙৰ মতে জীৱন, সমাজ, সভ্যতা, সাহিত্য, সংস্কৃতি, দেশ শাসন, সমৰ কলা, ৰাজনীতিৰ বুকুত মানুহে বিচৰণ কৰি আহিছে। পৰিবৰ্তনো বুকুত লৈ ফুৰিছে। অজ্ঞাত সেই কথা জানিবলৈ পালে আপোনাৰ কিমান ভাল লাগিব। তাৰ বাবে অনুবাদকাৰী চাও প্ৰদীপ ম'ছাম ফুকনদেৱৰ কিমান আশা। অহেতুক হেঁপাহ। তাৰ বাবে তেওঁ ইংৰাজী ভাষাৰ পৰা অসমীয়া ভাষালৈ অনুবাদ কৰিছে ঈ চিঙ। পাশ্চাত্যৰ গৱেষক, পণ্ডিতসকলে ঈ চিঙক নামকৰণ কৰিছে The Book of Change ৰূপে। অনুবাদ কৰাটো কঠিন কৰ্ম। তাতে আকৌ শাস্ত্ৰ। তাতোতকৈও ডাঙৰ কথা শাস্ত্ৰখন প্ৰতীক চিহ্নতহে লিখা। এই ঈ চিঙ গ্ৰন্থৰ ৰচনা কাল খ্ৰীষ্টপূৰ্ব ২৮৫২ বৰ্ষৰ ভিতৰত বুলি পোৱা যায়।

ঈ চিঙ শাস্ত্ৰখনৰ কথা ইউৰোপ, আমেৰিকা, এছিয়া, অষ্ট্ৰেলিয়া আদি মহাদেশৰ মানুহে জানে। কিন্তু আমি? অন্য দেশবোৰত ঈ চিঙৰ সমাদৰ আজিও বিদ্যমান। অসমৰ চিন্তাশীল ব্যক্তি, বুদ্ধিজীৱী, শাস্ত্ৰকাৰ, পণ্ডিত, গৱেষক, সাহিত্যিকে ঈ চিঙ কি? খাই নে পিন্ধে? নজনাটো কিমান দৈন্যতা, দুখ আৰু শোক। অথচ বিদেশত ঈ চিঙ।

পূৰ্বতে কোৱা হৈছে কাছৰ চলঙত প্ৰতীক চিহ্নত লিপিবদ্ধ কৰাৰ কথা। উদাহৰণ হিচাপে মূৰ্খামি, নৃত্যৰত সৈনিক, খোজ কঢ়া, ভাগ্যবান, সমাধান প্ৰক্ৰিয়া ইত্যাদি। ধৰক আপুনি এটা হ্ৰদৰ জলভাগৰ ওপৰত বায়ুৰ মৃদু চলন্ত এটা গতি দেখিলে বা বায়ু প্ৰবাহৰ অনুভৱ কৰিলে নাইবা ডাঙৰ নদীৰ সোঁত দেখিলে আপোনাৰ জীৱনলৈ নিজৰ মনঃপুত বিষয়ৰ প্ৰতি অধ্যৱসায় আহিব। সেই অধ্যৱসায়ে আপোনাক





বিষয়টো বুজাত, উপলব্ধি কৰাত বা বিচাৰি পোৱাত সহায় কৰিব। তথ্য লাভৰ মাজেদি সত্য উদ্‌ঘাটনৰ বাবে আপুনি অজ্ঞাতে বহু চিনাকি-অচিনাকি ঠাইলৈ গৈ থাকিব আৰু এদিন সত্যৰ সীমাত উপস্থিত হ'ব। আপুনি সুস্বাদু ফল তৃপ্তিৰে খাবলৈ পাব। আপোনাৰ ভাগ্য ফলিয়াব। আপুনি আনন্দৰ সমুদ্ৰত স্নান কৰিব। ফুলনিত ফুলৰ দৰে ফুলিব। নাচিব, গীত গাব ডালৰ পখীৰ দৰে। শুভ ফল আপুনি পাবই।

এটা যুগ আছিল যি যুগত মানুহে প্ৰতীক চিহ্নবোৰ পঢ়িয়ে নানান কথা জানিব পাৰিছিল। জীৱন, সমাজ, সংস্কৃতি, সাহিত্য, ৰাজনীতি, অৰ্থনীতি, কৃষিকৰ্ম, উৎসৱ-পাৰ্বন ইত্যাদি। অসমতো তাই অসমীয়াসকলে সেইবোৰ চিহ্ন চাই বা পঢ়ি জীৱন আৰু সমাজ পৰিচালনা কৰিছিল। তাই জাতিৰ ভাষা যিদৰে তাই, ধৰ্মও সেইদৰে তাও। ভাষা আৰু ধৰ্ম উভয়ে তাই জাতিটোক মজবুত, মহান আৰু গৰিমাময় কৰি বিশ্ববাসীৰ আগত দাঙি ধৰিছিল। সেইবাবেই তাই জাতিটো ফুলৰ দৰে ফুলি ৰং আৰু সৌৰভ বিলাই মানুহক বিস্ময়ান্বিত কৰি তোলাৰ কথা কোনে নেজানে?

অহম দেশ স্থাপন কৰি ৬০০ বছৰ শাসনৰ বাঘজৰী ধৰি থাকি প্ৰজাৰ স্বাৰ্থক আগস্থান দি স্বধৰ্ম আৰু ভাষা ত্যাগৰ ফলশ্ৰুতি হ'ল গৈ দুৰাচাৰী। শেষত ধন, জন, ৰাজ্য হেৰুৱাই 'বিষাদ সিন্ধু'ৰ বিখ্যাত চৰিত্ৰ আব্দুল জৰ্ব্বাৰৰ দৰে গতি হ'ল। অহমসকল অথাই সাগৰত পৰিল। এতিয়াৰ বংশধৰসকলে পাৰলৈ উঠি নিজক নবচালে বচাঁওতা নাই। নিজক চিনি নোপোৱাটো আচৰিত কথা। ঈ চিঙৰ বিশাল সু-সমৃদ্ধ সম্পদ সম্ভাৰে আপোনাকো সমৃদ্ধ কৰিব তাত তিলমানো সন্দেহ নাই। ঈ চিঙ হ'ব আপোনাৰ সৰ্বকালৰ পৰম বন্ধু।

ভজো, চৰাইদেউ

চাও প্ৰিয়বৰ কোঁৱৰ

# জ্ঞানৰ আদি পাঠৰ পম খেদি

মানৱ জাতি যিসময়ত আদিম অৱস্থাত আছিল তেতিয়া প্ৰকৃতিৰ লগত অতি ঘনিষ্ঠ সম্বন্ধ আছিল। ঋতুবিলাক অহা আৰু যোৱাৰ চক্ৰীয় পৰিবৰ্তনবোৰ পুনঃপুনঃ সংঘটিত হোৱাৰ ঘটনাবিলাকৰ পৰা তেওঁলোকে বহুতো কথা জানিব পাৰিছিল। এটা ঋতুত যিবিলাক ঘটনা সংঘটিত হয় সেই ঋতু পাৰ হোৱাৰ পাছত আগমন হোৱা আন এটা ঋতুত বেলেগ ধৰণৰ ঘটনাবোৰ সংঘটিত হ'বলৈ ধৰে। উদাহৰণ স্বৰূপে গ্ৰীষ্ম কালত সংঘটিত হোৱা মেঘৰ গাজনি (বজ্ৰপাত), ধুমুহা, বৰষুণ, বানপানী, উষ্ণতা শীতকালত দেখিবলৈ পোৱা নেযায়। তাৰ পৰিবৰ্তে শীত কালত দেখা যায় প্ৰচণ্ড শীত, পানী গোট মৰা বৰফ, পাত সৰি লঠঙা হোৱা গছ। ইয়াৰোপৰি দেখা যায় শীত কালত এটা অঞ্চললৈ বেলেগ বেলেগ ঠাইৰপৰা অহা জন্তুবোৰ, চৰাইবোৰ গ্ৰীষ্ম কালত আন এটা অঞ্চললৈ গুচি যায়। এই ঘটনাবিলাক ঋতুৰ পৰিবৰ্তনৰ লগে লগে পুনঃপুনঃ সংঘটিত হৈ থাকে।

আদিম মানৱ জাতি বিবিধ দলৰ মাজত বিভক্ত আছিল। খাদ্যবস্তু বিচাৰি তেওঁলোকে এঠাইৰপৰা আন ঠাইলৈ ভ্ৰমি ফুৰিছিল। এনেকৈ ঠাই সলাই ভ্ৰমি ফুৰোঁতে কোনো এটা দলে আন এটা দল বাস কৰি থকা ঠাইত ওলাইছিলগৈ। তেনেদৰে ওচৰা-ওচৰিকৈ বাস কৰি থকা দলবোৰৰ মাজত খাদ্যৰ কৰ্তৃত্বক লৈ সংঘৰ্ষৰ সৃষ্টি হৈছিল আৰু বহুতো মানুহ মৃত্যু মুখত পৰিছিল। ঋতুৰ পৰিবৰ্তনৰ লগে লগে প্ৰকৃতিত চক্ৰীয় গতিত ঘটা পৰিবৰ্তনবোৰ আৰু মানুহৰ স্বাৰ্থ পূৰণ (খাদ্য আহৰণ)ৰ বাবে সংঘটিত সংঘৰ্ষবোৰ লাখ লাখ বছৰ ধৰি ঘটিছিল।

প্ৰাকৃতিক দুৰ্যোগবিলাকৰ কথা জীৱ-জন্তুবোৰে আগতীয়াকৈ গম পাই যায়। দুৰ্ভিক্ষ হোৱাৰ পূৰ্বে কুকুৰ, মেকুৰীয়ে ৰাউচি জুৰে। ভূমিকম্প অহাৰ পূৰ্বে ভেকুলীয়ে স্থান সলায়, সাপে গাঁতৰ পৰা ওলাই আহে। পানীৰ তলত থকা শামুক মাটিৰ ওপৰলৈ উঠি আহে। বতাহ অহাৰ পূৰ্বে ফৰিঙৰ বিচৰণ বৃদ্ধি হয়। বৰষুণ দিয়াৰ পূৰ্বে জিএগৰ বিচৰণ বৃদ্ধি হয়; কেঁচু, কেঁকোৰা গাঁতৰ পৰা ওলাই আহে;





পৰুৱাবিলাক গাঁতৰপৰা ওলাই নিৰাপদ ঠাইলৈ যাত্ৰা কৰে; কাউৰীয়ে ৰাতি চিঞৰে; কুমজেলেকুৱা গছত উঠে। বানপানী অহাৰ পূৰ্বে গৰুৱে হেম্বেলিয়ায়, শামুক গছৰ ওপৰলৈ উঠে। ৰ'দ দিয়াৰ পূৰ্বে গছত উঠি থকা কুমজেলেকুৱা তললৈ নামে। চক্ৰীয় গতিত ঘটা প্ৰাকৃতিক পৰিবৰ্তনবোৰ, মানুহৰ মাজত সংঘটিত সংঘৰ্ষবোৰ আৰু সংঘৰ্ষৰ পাছত বিৰাজ কৰা নীৰৱতাবোৰ আদিম মানৱে এটা পুৰুষৰপৰা আন এটা পুৰুষলৈ লাখ লাখ বছৰ ধৰি ধাৰাবাহিকভাৱে নিৰীক্ষণ কৰি গৈছিল। সেই ঘটনাবিলাক নিৰীক্ষণ কৰি তেওঁলোকে তাৰ কাৰণ বিচাৰি পাইছিল আৰু ঘটনাবিলাকৰ পূৰ্বানুমান কৰিবলৈ সক্ষম হৈছিল। এই চিন্তাবিলাক কৰিব পৰা দিনৰ পৰাই আদিম মানৱ জাতিৰ মাজত জ্ঞানে ভুমুকি মাৰিবলৈ ধৰিলে। প্ৰাকৃতিক দুৰ্যোগ বিলাকৰ মাজত তেওঁলোক ইমানেই অভ্যস্ত হৈ পৰিছিল যে কেতিয়া প্ৰাকৃতিক দুৰ্যোগ আহিব তেওঁলোকে আগতীয়াকৈ গম পাই গৈছিল। আদিম জনগোষ্ঠীবোৰ প্ৰকৃতিৰ লগত একাত্ম হৈ থকাৰ কাৰণে প্ৰকৃতিৰ চৰিত্ৰ তেওঁলোকে বুজি পায়। আন্দামান দ্বীপত বসবাস কৰা এতিয়াও আদিম অৱস্থাত থকা জাৰোৱা জনগোষ্ঠীয়ে সাগৰত সৃষ্টি হোৱা ছুনামি ঢৌ অহাৰ আগেয়ে গছৰ ওপৰত চাং সাজি উঠি থাকে। আজিৰ যুগৰ উচ্চ প্ৰযুক্তি সম্পন্ন মানৱ জাতিয়ে প্ৰাকৃতিক দুৰ্যোগৰ আগজাননী ধৰা পেলাব নোৱাৰিলেও জীৱ-জন্তু বা আদিম জনগোষ্ঠীৰ সেয়া পূৰ্বে জ্ঞাত হয়।

মানুহে ধাৰণ কৰি থকা শৰীৰটোৰ অংগবোৰৰ ভিতৰত কেন্দ্ৰীয় অংগ হৈছে মূৰৰ ভিতৰত লুকাই থকা মগজুটো। শৰীৰৰ প্ৰত্যেক অংগলৈ মগজুৱে নিৰ্দেশ প্ৰেৰণ কৰে। মগজুৰপৰা প্ৰেৰণ কৰা নিৰ্দেশ মতেই অন্যান্য অংগই নিজৰ নিজৰ কাম সম্পাদন কৰে। শৰীৰৰ সকলো অংগ নিয়ন্ত্ৰণ কৰা কেন্দ্ৰীয় মগজুটোৰ আছে অসীম শক্তি। এই শক্তি প্ৰয়োগ কৰি মানুহে চিন্তা কৰে, শিক্ষা লভে, জ্ঞান আহৰণ কৰে। মগজুৰ পৰা নিৰ্গত হোৱা শক্তিক দুটা ভাগত বিভক্ত কৰিব পাৰি। এটা ভাগৰ প্ৰবাহ সৎ পথেদি বলে আৰু আনটো ভাগৰ প্ৰবাহ অসৎ পথেদি বলে। অৰ্থাৎ মানুহে সৎ কাম যেনেকৈ কৰিব পাৰে তেনেকৈ অসৎ কামো কৰিব পাৰে।

মানৱ জাতিয়ে যেতিয়াৰপৰা জ্ঞান আয়ত্ত কৰিবলৈ ধৰিলে তেতিয়াৰপৰা মানৱ জাতিৰ মাজত শৃংখলা মানি চলা নীতিৰ প্ৰয়োজনীয়তা আহি পৰিল। সামাজিক শৃংখলাৰ আৱশ্যকতাই মানুহৰ মনত শৃংখলা ভংগৰ প্ৰৱণতা থকাৰ অৰ্থ প্ৰকাশ কৰে। মানুহে নিজ স্বাৰ্থ পূৰণৰ বাবে অসৎ পথ বাছি লোৱাৰ সম্ভাৱনা

থাকে। মানুহে কৰা অসৎ কাৰ্যবোৰে সমাজক ক্ষতি কৰে। দল বান্ধি বাস কৰা আদিম মানৱ জাতিৰ প্ৰতিটো দলতে একোজনকৈ মুৰব্বী বা নেতা আছিল। দলৰ মুৰব্বীৰ নিৰ্দেশমতেই দলটোৰ আন সদস্যসকল পৰিচালিত হয়। জীৱন নিৰ্বাহৰ সেই আদি কালত মানৱ গোটবোৰৰ মাজত বৰ্তি থকা বিশৃংখলা, অনীতি বিলাকে চিন্তা কৰিব পৰা বা জ্ঞানৰ পোহৰ লাভ কৰা এনে একোটা দলৰ মুৰব্বীৰ মনত ছাপ বহুৱাইছিল। এনে এজন দলনেতাই চিন্তা কৰিবলৈ সক্ষম হৈছিল যে মানুহে যিবোৰ কাম কৰে সেই কামবোৰৰ দুটা ভাগ বা শ্ৰেণী থাকে। এবিধ সৎ কৰ্ম আৰু আনবিধ অসৎ কৰ্ম। তেনে এজন দলনেতাই দীৰ্ঘ দিন ধৰি নিৰীক্ষণ কৰি উত্তৰ উলিয়াবলৈ সক্ষম হ'ল যে মানুহে নিজ স্বাৰ্থ পূৰণৰ বাবে কৰা কামবোৰ যিবোৰ কামে আন ব্যক্তিক ক্ষতি কৰে অথবা সামূহিকভাৱে সকলোকে ক্ষতি কৰে সেই কামবোৰকে অসৎ কাম বোলা হয়। এই অসৎ কাৰ্যবোৰ কৰিব পৰা মানুহৰ মনটোক নিয়ন্ত্ৰণত ৰাখিবৰ বাবে অথবা তেনে প্ৰবৃত্তিক বাধা দিবৰ বাবে কিছুমান বিধি বা আইনৰ প্ৰয়োজনীয়তা আহি পৰিল।

আজিৰ পৰা ২৫ লাখ বছৰৰ পূৰ্বে পূব এছিয়াত Beijing Man বা পূবৰ মানুহৰ আবিৰ্ভাব ঘটিছিল। Beijing Man বা পূবৰ মানুহৰ মাজৰ পৰা সৃষ্টি হ'ল তাই জাতি। তাই জাতিৰ আদি স্বৰ্গ ৰজাজনৰ নাম ফু ছী। নৃতত্ত্ববিদ সকলে ফু ছীক জ্ঞানী ৰজা ৰূপে স্বীকৃতি দিছে। ফু ছীয়ে প্ৰকৃতিক সূক্ষ্মভাৱে নিৰীক্ষণ কৰিছিল। প্ৰকৃতিত ঘটি থকা পৰিৱৰ্তনবোৰে তেওঁৰ মনত দকৈ সাঁচ বহুৱাইছিল। তেওঁ উপলব্ধি কৰিছিল যে প্ৰকৃতিত যিবোৰ ঘটনা ঘটে সেই ঘটনাবোৰ নিৰ্দিষ্ট বিধি অনুসৰিয়েই সংঘটিত হয়। প্ৰকৃতিৰ বিধিবোৰ সুপ্ত অৱস্থাত থাকে। মানুহে সেই বিধিবোৰক ভংগ কৰাৰ সম্ভাৱনা থাকে, প্ৰকৃতি বিৰোধী কাৰ্যত লিপ্ত হোৱাৰ প্ৰৱণতা থাকে। আনহাতে মানুহৰ পাৰ্থিৱ শৰীৰটোৰ মাজত জীৱনৰ বাবে মান বিশিষ্ট কাৰ্যসূচী লুকাই থাকে। তেওঁৰ নিৰীক্ষণ আৰু উপলব্ধিৰে উদ্ভাসিত এই প্ৰাকৃতিক আইনবোৰ আৰু মানুহৰ জীৱনৰ মান বিশিষ্ট কাৰ্যসূচীবোৰ কাছৰ চলগুত প্ৰতীক চিহ্নৰে লিখি ৰাখিলে। সেইখনেই হৈছে **ঈ চিঙ** শাস্ত্ৰ। সেই কালত পূব এছিয়াত এইখনেই জ্ঞানৰ মূল গ্ৰন্থ আছিল আৰু জনসাধাৰণে হেজাৰ হেজাৰ বছৰ ধৰি ঈ চিঙ গ্ৰন্থৰ জ্ঞান অনুসৰণ কৰি জীৱন নিৰ্বাহ কৰি গৈছিল।

৫ হেজাৰ বছৰৰ পূৰ্বে চিন দেশৰ হুৱাঙ হো আৰু য়াঙ ছিকিয়াঙ নদীৰ উপত্যকাত যি সভ্যতা গঢ়ি উঠিছিল সেই সভ্যতা আছিল তাই জাতিৰ সভ্যতা। খ্ৰীষ্টপূৰ্ব ২,৮৫২ ৰ পৰা খ্ৰীষ্টপূৰ্ব ২২১ লৈকে ২,৬০০ বছৰ চিন দেশ শাসন কৰিছিল





তাই জাতিৰ স্বৰ্গ ৰজা সকলে। বিশালতাৰ ফালৰ পৰা চিন দেশ ভাৰততকৈ তিনিগুণে ডাঙৰ। সেই কালৰ চিন দেশ শাসন কৰা স্বৰ্গৰজা আৰু ৰাজবংশ আছিল আদিৰ পৰা ক্ৰমে ৩ জন জ্ঞানী ৰজা ফু ছী (২,৮৫২-২,৭৩৭ খ্ৰীঃপূঃ), ছেন নুঙ (২,৭৩৭-২,৬৯৯ খ্ৰীঃপূঃ), হুৱাঙ তী(২,৬৯৯-২,৫৮৮ খ্ৰীঃপূঃ), ৫ জন সম্ৰাট চাও হাও (২,৫৮৭-২,৪৯১ খ্ৰীঃ পূঃ), ছু ৱাঙ জু (২,৪৯০-২,৪১৩ খ্ৰীঃপূঃ), দী কু(২,৪১২-২,৩৪৩ খ্ৰীঃপূঃ), ছিয়া ৰাজবংশ (২,০৭০-১,৬০০ খ্ৰীঃপূঃ), ছাঙ ৰাজবংশ (১,৬০০-১,০৪৬ খ্ৰীঃ পূৰ্ব), চাও ৰাজবংশ (১,০৪৬-২২১ খ্ৰীঃপূঃ)। চাও ৰাজবংশৰ ৰাজত্বকালত খ্ৰীষ্টপূৰ্ব ৪৭৫ ৰ পৰা খ্ৰীষ্টপূৰ্ব ২২১ লৈকে চিন জাতিৰ সৈতে তাই জাতিৰ তুমুল যুদ্ধ চলিছিল। বুৰঞ্জীবিদ সকলে সেই যুদ্ধক 'তিনি শ বছৰীয়া যুদ্ধ' ৰূপে অভিহিত কৰিছে। কেইবাপুৰুষ ধৰি চলা তিনিশ বছৰীয়া যুদ্ধত চিন জাতিৰ হাতত তাই জাতি পৰাস্ত হ'ল। খ্ৰীষ্ট পূৰ্ব ২২১ ত চিন জাতিৰ সম্ৰাট হুৱাঙ তীয়ে দেশখন অধিকাৰ কৰি পেলালে। সেই সময়ৰ পৰা দেশখনৰ নাম চিন হৈ পৰিল। ২০৬ খ্ৰীষ্টপূৰ্বত হান জাতিয়ে চিন জাতিক পৰাস্ত কৰি দেশখনৰ শাসন ক্ষমতা অধিকাৰ কৰে। হান সকলে নিজে চিন দেশক 'হুৱা ছিয়া' বোলে। ইয়াৰ অৰ্থ হৈছে হুৱাঙ হো নদী পাৰৰ ছিয়া দেশ। ছিয়া তাই জাতিৰ প্ৰথম ৰাজবংশ । ছিয়া জাতিয়ে হুৱাঙ হো নদী উপত্যকাত দেশ প্ৰতিষ্ঠা কৰিছিল। সেয়েহে হান জাতিয়ে আজিও চিন দেশখনক 'হুৱা ছিয়া' দেশ বোলে।

তাই জাতিৰ দেশ চিন জাতিয়ে জয় কৰি লোৱাত তাই জাতিৰ জনসাধাৰণ চিন দেশৰ দক্ষিণলৈ প্ৰব্ৰজন কৰিবলৈ ধৰিলে। ক্ৰমান্বয়ে সমগ্ৰ দক্ষিণ-পূব এছিয়াত বিয়পি পৰিল। চিন দেশৰ য়ুন নান প্ৰদেশৰ ম্'ঙ মাও লুঙৰ পৰা তাই জাতিৰ চাও ৰাজবংশৰ বীৰ পুৰুষ চাও লুঙ ছু'কাফা আহি ১,২২৮ খ্ৰীষ্টাব্দত আছাম দেশ প্ৰতিষ্ঠা কৰিছিল। স্বৰ্গদেও চাও লুঙ ছু'কাফা সমন্বিতে ৩৯ জন স্বৰ্গৰজাই ৬০০ বছৰ আছাম দেশ শাসন কৰি গ'ল। ৬০০ বছৰীয়া সেই শাসন কালছোৱা 'আহোম শাসন' ৰূপে স্বীকৃতি পালে। স্বৰ্গদেওসকলে তাও জ্ঞানৰ আধাৰত এই দেশৰ শাসনকাৰ্য অব্যাহত ৰাখিছিল। ঈ চিঙ হৈছে তাও জ্ঞানৰ আদি শাস্ত্ৰ।

মধ্য যুগত ৬০০ বছৰীয়া আহোম ৰাজত্ব কালত আছাম দেশৰ ৰাজধানী বিভিন্ন সময়ত বিভিন্ন ঠাইত প্ৰতিষ্ঠা হৈছিল। সেয়া আছিল অবিভক্ত শিৱসাগৰ জিলাৰ চে ৰাই দয়, চৰগুৱা, বকতা, গড়গাঁও, ৰংপুৰ আৰু যোৰহাটত। সেই কালত এই ৰাজধানী বোৰ আছিল জ্ঞান চৰ্চাৰ মূলকেন্দ্ৰ। দেশ শাসনৰ বাবে যি জ্ঞানৰ আৱশ্যক সেই জ্ঞান প্ৰদান কৰিছিল ম' (ম'ছাম, ম'ছাই, ম' প্লঙ)সকলে।

ম'সকলক ৰাজধানীৰ কাষতে স্থাপন কৰা হৈছিল আৰু ৰাজসভাত তেওঁলোকৰ মাজৰ পৰা জ্যেষ্ঠ ম'লুঙ নিয়োগ কৰা হৈছিল। ম' সকলৰ হাতত ভৱিষ্যত গণনাৰ বহুতো পুথি মজুত আছিল যিবোৰ পুথি তাও ধৰ্মৰ আদি গ্ৰন্থ ঈ চিঙৰ আধাৰত ৰচিত। ৰজাৰ বিপদৰ আগজাননী, দেশৰ বিপদৰ আগজাননী জ্যেষ্ঠ ম'লুঙ সকলে তাও শাস্ত্ৰবোৰ গণনা কৰি ধৰা পেলাইছিল আৰু গণনা অনুসৰি বিধানবোৰ বলবৎ কৰিছিল। ৰজা আৰু দেশে সম্মুখীন হোৱা বিপদসমূহ ম'লুঙ সকলে কেনেকৈ আগতীয়াকৈ গম পাইছিল আৰু তেওঁলোকে দিয়া বিধান পালন কৰি স্বৰ্গদেও সকল কেনেদৰে বিপদমুক্ত হ'ব পাৰিছিল তেনে বহুতো ঘটনা আহোম বুৰঞ্জীত লিপিবদ্ধ হৈ আছে। মধ্যযুগত আহোম দেশত শিৱসাগৰ জিলাখনেই আছিল জ্ঞান বিকাশৰ প্ৰাণকেন্দ্ৰ। অবিভক্ত শিৱসাগৰ জিলাৰ বকতা, খালৈঘোগুৱা, মাহমৰা, ধোপাবৰ, শিলাকুটি, জোকতলি, ম'ৰাবজাৰ, গধূলিবজাৰ, লাহিঙ, পুব কোঁৱৰপুৰ আদি মৌজাবোৰত তাও পণ্ডিত ম'সকলে মধ্যযুগৰ পৰাই বসবাস কৰি আহিছে। মৌজাবোৰত বসবাস কৰা ম' সকলে প্ৰদান কৰা তাও জ্ঞানেই আছিল আহোম দেশৰ ৰক্ষা কৱচ।

তাও জ্ঞানত প্ৰকৃতিত ঘটি থকা ঘটনা বা বিপদ বিলাকৰ কাৰণ বোৰ বিচাৰি পোৱা যায়। কিছুমান ঘটনা বা বিপদৰ সম্মুখীন হোৱাৰ পৰা মানুহে এৰাই চলিব নোৱাৰে। কিন্তু আগতীয়াকৈ সতৰ্ক হৈ থাকিলে বহুতো বিপদৰ সম্মুখীন হোৱাৰ পৰা ৰক্ষা পাব পাৰি অথবা তেনে বিপদ ৰোধ কৰিব পাৰি। মানুহে সম্মুখীন হোৱা দুৰ্ভাগ্য অথবা মানুহলৈ আহি পৰা সৌভাগ্যৰ কিছুমান নিৰ্দিষ্ট কাৰণ থাকে। মানুহৰ জীৱনলৈ দুৰ্ভাগ্য অথবা সৌভাগ্যৰ আগমন ঘটাটো নিজৰ আচৰণৰ ওপৰত নিৰ্ভৰ কৰে। কিন্তু প্ৰাকৃতিক চক্ৰত ঘটা ঘটনাবোৰ মানি লোৱা উচিত। ঈ চিঙ শাস্ত্ৰত প্ৰাকৃতিক আইনবোৰ দাঙি ধৰা আছে। এই আইনবোৰ মানি চলি মানুহে কেনেদৰে সৌভাগ্যশালী হ'ব পাৰে তাৰেই জ্ঞান ঈ চিঙৰ মাজত সন্নিৱিষ্ট হৈ আছে। কেইবা শতিকাৰ পূৰ্বেই ঈ চিঙৰ জ্ঞান ইউৰোপ মহাদেশৰ পণ্ডিত সমাজে লাভ কৰিছিল। ইউৰোপ, আমেৰিকা মহাদেশৰ জনসাধাৰণৰ মাজত ঈ চিঙে গভীৰ প্ৰভাৱ পেলাই আহিছে। আহোমত ঈ চিঙ গ্ৰন্থ ইতিপূৰ্বে প্ৰকাশ হোৱা নাছিল। বিষয়টোৰ গুৰুত্বতা উপলব্ধি কৰি আমি ঈ চিঙ শাস্ত্ৰ প্ৰকাশৰ কাম হাতত ললোঁ। এইখন হৈছে কেইবাজনো লেখকৰ ইংৰাজী ভাষাত ৰচিত ঈ চিঙ গ্ৰন্থৰ সমলৰ সংগ্ৰহিত এটা অনূদিত ৰূপ। ঈ চিঙ শাস্ত্ৰখন অনুসন্ধান কৰিবৰ কাৰণে মোক মনোবল আৰু অনুপ্ৰেৰণা যোগোৱা মূল ব্যক্তিজন হৈছে আহোম তাও কাউঞ্চিলৰ





মুখ্য উপদেষ্টা আৰু তাও ম' পৰিষদৰ সভাপতি, শিল্পী পেঞ্চনাৰ, জ্যেষ্ঠ ম'লুঙ শ্ৰদ্ধেয় সৰ্বেশ্বৰ হাতীবৰুৱা ডাঙৰীয়া। ম'লুঙ সৰ্বেশ্বৰ হাতীবৰুৱা ডাঙৰীয়া তাও জ্ঞানেৰে পৰিপূৰ্ণ এগৰাকী পথ প্ৰদৰ্শক। তেওঁৰ আচৰণ আৰু জীৱন শৈলীৰ প্ৰতিটো খোজ তাও নীতিৰে পৰিচালিত। তাও ধৰ্মৰ বিষয়ত তেখেতৰ সৈতে হোৱা আলাপ-আলোচনাবোৰৰ জৰিয়তে মই উপকৃত হৈছোঁ আৰু তেওঁৰ শুদ্ধ পথত (তাওৰ অৰ্থ শুদ্ধ পথ) যাত্ৰাই মোক এই শাস্ত্ৰখন অনুবাদ কৰিবলৈ উদ্বুদ্ধ কৰি তুলিলে। মই তেখেতৰ ওচৰত কৃতজ্ঞ হৈ ৰ'ম। তাও ধৰ্ম, তাও দৰ্শন আৰু তাও জ্ঞানৰ আধাৰত প্ৰতিষ্ঠিত আহোম তাও কাউঞ্চিলে এছিয়া, ইউৰোপ, অষ্ট্ৰেলিয়া, আমেৰিকা মহাদেশৰ বিশিষ্ট গৱেষক, বিজ্ঞানী, নৃতত্ত্ববিদসকলে প্ৰকাশ কৰা বিভিন্ন গৱেষণা পত্ৰ আৰু প্ৰসংগ পুথি আমালৈ যোগান ধৰি তাও জ্ঞান চৰ্চা কৰিবলৈ সুযোগ উলিয়াই দিছিল। এই আপাহতে আহোম তাও কাউঞ্চিলৰ সকলো বিষয়ববীয়ালৈ মোৰ কৃতজ্ঞতা যাচিলোঁ। তাও জ্ঞান চৰ্চাৰ বাবে মোক আগ্ৰহ জন্মোৱা গৱেষণা পত্ৰবোৰৰ পথ প্ৰদৰ্শনকাৰী লেখকসকল হৈছে শিৱসাগৰ সমষ্টিৰ পূৰ্বৰ বিধায়ক ঠানুৰাম গগৈ, পূৰ্বাঞ্চল তাই সাহিত্য সভাৰ পূৰ্বৰ সভাপতি ৰত্নেশ্বৰ বুঢ়াগোহাঞি, গুৱাহাটীৰ বি. বৰুৱা মহাবিদ্যালয়ৰ দৰ্শন বিভাগৰ পূৰ্বৰ অধ্যাপক ঘনকান্ত চেতিয়া ফুকন আৰু জাৰ্মানীৰ বাৰ্লিন হামবল্ডট বিশ্ববিদ্যালয়ৰ গৱেষক অলিভাৰ ৰেগুচেন। তেখেতসকলৰ শলাগ লৈছোঁ আৰু তেওঁলোক মোৰ বাবে চিৰস্মৰণীয় হৈ ৰ'ব। অসীম জ্ঞান আয়ত্ত কৰি অসীম শক্তিৰ অধিকাৰী হ'ব পৰা এই আদি শাস্ত্ৰখন ৰাইজৰ মাজলৈ আগবঢ়াই দিয়া হৈছে। কেইবাখনো গ্ৰন্থৰ লেখক, মাহমৰা ডিগ্ৰিং উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ, সম্প্ৰতি সোণাৰিৰ ছয়কাফা কনিষ্ঠ মহাবিদ্যালয়ৰ অধ্যক্ষ চাও প্ৰিয়বৰ কোঁৱৰ ডাঙৰীয়াই প্ৰকাশৰ বাবে আগবাঢ়ি অহ্যত গ্ৰন্থখন পোহৰলৈ আহিল। তেখেতলৈ কৃতজ্ঞতা যাচিলোঁ। গ্ৰন্থখন অনুবাদ কৰোঁতে যদি কোনো ভুল-ক্ৰটি ৰৈ গৈছে সেয়া সুধীজনে আঙুলিয়াই দিলে বাধিত হ'ম। গ্ৰন্থখনৰ পৰা পঢ়ুৱৈসকল উপকৃত হ'লে আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

পাত-হা-কু, চৰাইদেউ

*প্ৰদীপ ম'ছাম ফুকন*

# ঃ সূচী ঃ

# বিশ্বৰ সৃষ্টি আৰু পৰিবৰ্তনশীল বিশ্ব

জ্যোতিৰ্বিজ্ঞানীসকলে ঘোষণা কৰা অনুসৰি আজিৰ পৰা প্ৰায় ১,৪০০ কোটি বছৰৰ পূৰ্বে অতি ঘন এটা মহাজাগতিক কণীৰ (Cosmic Egg) মহা বিস্ফোৰণ (Big Bang) ঘটিছিল। সেই মহা বিস্ফোৰণটোৰ উষ্ণতা আছিল ৫ হেজাৰ কোটি ডিগ্ৰী ছেলছিয়াছ। সেই বিস্ফোৰণত ছিটিকি পৰা পদাৰ্থ আৰু বিকিৰণবোৰৰ পৰাই তাৰকাৰাজ্য বোৰৰ জন্ম হ'ল। এই মহাবিশ্বত এনেধৰণৰ ১০০-২০০ কোটিমান তাৰকাৰাজ্য আছে। কিছুমান তাৰকাৰাজ্যৰ তৰাৰ সংখ্যা কম আৰু আন কিছুমান তাৰকাৰাজ্যত হেজাৰ হেজাৰ কোটি তৰা থুপ খাই আছে। আমি বাস কৰা হাতীপটি তাৰকাৰাজ্যত ২০ হেজাৰ কোটিতকৈ অধিক তৰাই বাস কৰে। দুটা জাপি মুখামুখিকৈ জাপিলে দেখিবলৈ যেনে হয় হাতীপটি তাৰকাৰাজ্যৰ আকাৰো তেনেকুৱা। অগণন তৰাই মহাবিশ্বৰ তাৰকা ৰাজ্যবোৰ ভৰি আছে। খালী চকুৰে ৬ হেজাৰ তৰা দেখা পোৱা যায়। সূৰ্যটো হাতীপটি তাৰকা ৰাজ্যৰ মধ্যম আকাৰৰ এটা নক্ষত্ৰ আৰু ই হাতীপটিৰ কেন্দ্ৰত অৱস্থিত নহয়। সূৰ্যক কেন্দ্ৰ কৰি সৌৰ জগতৰ আন গ্ৰহবোৰৰ দৰেই আমাৰ পৃথিৱীখন ঘূৰি আছে। সূৰ্যটো হাতীপটিৰ কেন্দ্ৰপৰা ২৭ হেজাৰ আলোক বৰ্ষৰ দূৰত অৱস্থিত। সৌৰ জগতৰ কেন্দ্ৰীয় নক্ষত্ৰ সূৰ্য এটা জ্বলন্ত অগ্নিপিণ্ড। হাইড্ৰ'জেন, হিলিয়াম, অক্সিজেন, এলুমিনিয়াম, নিকেল, লো, চ'ডিয়াম আদি বিভিন্ন উত্তপ্ত গেছীয় পদাৰ্থৰে সূৰ্য গঠিত। ইয়াৰ উপৰিভাগৰ উষ্ণতা ৬ হেজাৰ ডিগ্ৰী চেন্টিগ্ৰেড। সূৰ্যৰ বয়স প্ৰায় ৪৬০ কোটি বছৰ। পৃথিৱীৰ বয়স প্ৰায় ৪৫০ কোটি বছৰ। আদিতে পৃথিৱীখন উত্তপ্ত অৱস্থাত আছিল। ক্ৰমান্বয়ে ই চেঁচা হ'বলৈ ধৰিলে। একেলেথাৰিয়ে ৬০ হেজাৰ বছৰ বৰষুণ হোৱাত সাগৰ-মহাসাগৰবোৰৰ উৎপত্তি হ'ল। পৃথিৱীৰ আদিম পৰিৱেশত অজৈৱ পদাৰ্থৰ মৌল তথা যৌগবোৰ চাপ, তাপ, অতি বেঙুনীয়া ৰশ্মিৰ প্ৰভাৱত বিশেষ ৰাসায়নিক বিক্ৰিয়াৰ যোগেদি জৈৱ পদাৰ্থৰ সৃষ্টি হৈছে। প্ৰায় ৩৫০ কোটি

বছৰত পৃথিবীত প্ৰথম নিউক্লিয়াচ নথকা এককোষী বেক্টেৰিয়াৰ আৱিৰ্ভাৱ হ'ল। প্ৰায় ২০০ কোটি বছৰৰ পূৰ্বে পূৰ্ণাংগ এককোষী জীৱৰ সৃষ্টি হ'ল। এককোষী জীৱৰ পৰা প্ৰায় ১২০ কোটি বছৰৰ আগতে বহুকোষী জীৱৰ সৃষ্টি হ'ল। বহুকোষী জীৱবোৰে সূৰ্যৰ ৰশ্মিৰ সহায়ত পানী আৰু কাৰ্বন-ডাই- অক্সাইডৰ সংযোগত শৰ্কৰা ৰূপী খাদ্য প্ৰস্তুত কৰিব পৰা হ'ল। এনেদৰে জীৱ জগত মূলতঃ প্ৰাণী আৰু উদ্ভিদৰূপে দুভাগত বিভক্ত হৈ পৰিল। কোটি কোটি বছৰৰ জীৱৰ ক্ৰম বিকাশৰ অন্তত মাছৰ সৃষ্টি হ'ল। তাৰ পাছত উভচৰ প্ৰাণী (যেনে-ভেকুলী) হৈ পানী এৰি মাটিলৈ আহিল আৰু চাৰিটা ঠেঙেৰে মাটিত বিচৰণ কৰিবলৈ ধৰিলে। এনেদৰে সৰীসৃপ, পক্ষী আৰু স্তন্যপায়ী প্ৰাণীবোৰৰ জন্ম হ'ল। এনেদৰে ৩ কোটি বছৰৰ পূৰ্বে বান্দৰ জাতীয় প্ৰাণীবোৰৰ বিকাশ ঘটিল। মানুহৰ উৎপত্তি হৈছে বান্দৰ জাতীয় প্ৰাণীৰ ক্ৰম বিকাশৰ পৰা। চিম্পাঞ্জী, গৰিলা, ওৰাংওটাং, বেবুন, গিবন আদি বান্দৰ জাতীয় জন্তুবোৰৰ মানুহৰ সৈতে বহুক্ষেত্ৰত মিল আছে। এই জন্তুবোৰৰ দৈহিক গঠন প্ৰণালী আৰু আচৰণ মানুহৰ ওচৰাওচৰি। এই প্ৰাণীবোৰৰ এটা চাম সহগোত্ৰতকৈ উন্নতভাৱে বিকাশ ঘটিল। আজিৰ পৰা প্ৰায় ২০ লাখ বছৰৰ পূৰ্বে সিহঁতে কথা ক'ব পৰা হ'ল। কথা ক'ব পৰা হোৱাৰপৰাই সিহঁত মানুহ হৈ পৰিল। বিশ্ব সৃষ্টিৰ পৰা মানৱৰ ক্ৰম বিকাশলৈকে ঘটি যোৱা পৰিৱৰ্তনৰ এইখিনিয়েই থূলমূল ব্যাখ্যা।

আদিতে পৃথিৱীখন জড় পদাৰ্থৰ ৰূপত আছিল। বিজ্ঞানীসকলে ঘোষণা কৰিছে যে জড় পদাৰ্থৰ পৰাহে কোটি কোটি বছৰ অতিবাহিত হোৱাৰ পাছত কেইবাটাও স্তৰ পাৰ হৈ প্ৰাণৰ সঞ্চাৰ হৈছে। জ্যোতিৰ্বিজ্ঞানী সকলে ঘোষণা কৰা ১,৪০০ কোটি বছৰ পূৰ্বৰ মহা বিস্ফোৰণ (Big Bang) ঘটনাটোৱেই পৰিৱৰ্তনশীল বিশ্বৰ আৰম্ভণি। ইয়াৰ পূৰ্বৰ অৱস্থা হৈছে মহাবিশ্বখন অতি ঘন এটা মহাজাগতিক কণী হৈ আছিল, যি অস্তিত্বৰ বাবে সাজু, যাক কোনেও নেদেখে। বিশ্বৰ আদিমতম অৱস্থা মহাজাগতিক কণীটোৱেই। ইয়েই হৈছে পৰিৱৰ্তনশীল বিশ্বৰ আধাৰ। ই হৈছে অস্তিত্বৰ অন্তত অস্তিত্বহীন হৈ পৰা এটা অৱস্থা আৰু পুনৰ অস্তিত্বমুখী চৈতন্য। ইয়েই হৈছে বিশ্ব সৃষ্টিৰ আদি স্থান বা আদি বিন্দু। বিশ্ব সৃষ্টিৰ সেই আদি স্থান বা আদি বিন্দুক মানুহে এটা নাম দি লৈছে। বিশ্ব সৃষ্টিৰ আদি স্থানক





মানুহে এটা নাম দি লয় যদিও প্ৰকৃততে সেই স্থানৰ কোনো নাম নেথাকে। মানুহে নাম দি লোৱা ঈশ্বৰ বা ভগৱান হৈছে বিশ্বৰ আদিমতম অস্তিত্বমুখী এটা অৱস্থা। সেই অৱস্থাৰ পৰাই বিশ্ব সৃষ্টি হৈছে, বিশ্বৰ বিকাশ হৈছে। বিশ্বৰ আদিমতম অৱস্থাৰ মহাবিস্ফোৰণ হৈছে পৰিৱৰ্তনৰ এটা পদ্ধতি। যিটো চিৰন্তন। পৰিৱৰ্তন এটা প্ৰাকৃতিক প্ৰক্ৰিয়া।

আদিতে মানুহৰ পূৰ্বজসকল বান্দৰ জাতীয় চাৰিঠেঙীয়া আৰু নেজ থকা প্ৰাণী আছিল। সেই প্ৰাণীবিধে ক্ৰমান্বয়ে পিছ ঠেঙত ভৰি দি থিয় হ'বলৈ শিকিলে। দুটা ঠেঙেৰে খোজ কাঢ়িবলৈ লোৱাৰ লগে লগে আগফালৰ দুটা ঠেঙ হাতৰ দৰে ব্যৱহাৰ কৰিবলৈ ল'লে। মানুহৰ দৈহিক গঠনলৈ লক্ষ্য কৰিলে দেখা যায় যে হাত দুখন ভৰি দুটাতকৈ সৰু আৰু আকৃতিতো পাৰ্থক্য আছে। জন্তুৰ আগ ঠেং যোৰ পাছ ঠেং যোৰতকৈ সৰু আৰু আকৃতিত পাৰ্থক্য আছে। মানুহৰ পিঠিফালে থকা ৰাজহাড়ৰ তলভাগৰ চিহ্নই এডাল নেজৰ অস্তিত্ব থকাৰ উমান দিয়ে। এনে বিলাক লক্ষণে প্ৰমাণ কৰে যে জন্তুৱে পাছ ঠেঙৰ ওপৰত ভৰ দি খোজ কাঢ়িবলৈ লোৱাৰ লগে লগে আগ ঠেং যোৰে হাতৰ দৰে ব্যৱহাৰ কৰিবলৈ সুবিধা পালে। যেতিয়াৰ পৰা দুভৰিৰে খোজ কাঢ়ি হাত দুখনৰ ব্যৱহাৰ বৃদ্ধি পাবলৈ ধৰিলে তেতিয়াৰপৰা লাহে লাহে নেজডাল চুটি হৈ নাইকিয়া হ'ল, যেনেদৰে ভেকুলীৰ পোৱালিতে (লালুকীৰ) নেজ থাকে, ঠেং নেথাকে। ঠেং ওলোৱাৰ লগে লগে লালুকীৰ নেজডাল ক্ৰমান্বয়ে চুটি হৈ যায় আৰু জপিয়াবলৈ লোৱাৰ লগে লগে নেজৰ চিনচাব নোহোৱা হয়। হাতীয়ে কল গছ, বাঁহ গছৰ মাজত নাকটো সুমুৱাই টানি খায়। এনেদৰে কল গছ, বাঁহ পাত টানি খাওঁতে লাখ লাখ বছৰৰ পাছত নাকটো দীঘল হৈ শুঁড়লৈ ৰূপান্তৰিত হ'ল। শগুণে জন্তুৰ মৰা শৰ ভিতৰলৈ মূৰ সুমুৱাই খাওঁতে মূৰটো শটোৰ ভিতৰত খুন্দা খাই থাকে। মূৰটো এনেদৰে খুন্দা খোৱাৰ ফলত কালক্ৰমত শগুণৰ মূৰৰ নোম গুচি টকলা হৈ পৰিল। বগলীয়ে পানীত হাওলি ঠোঁটেৰে খুটি মাছ ধৰি খায়। এনেদৰে দীঘলকৈ ডিঙিটো মেলি মাছ খাবলৈ লোৱাত বগলীৰ ডিঙি দীঘল হ'ল। এটা গছ পুলিক বাঢ়ি যাওঁতে যদি ইয়াক বাধা প্ৰদান কৰা হয় অৰ্থাৎ পুলিটোৰ আগটো পৰিৱেশৰ হেঁচাত পৰি পোনে পোনে যাব নোৱাৰি বেঁকাকৈ যায় তেতিয়া ইয়াৰ ৰূপ সলনি

হ'ব। আনহাতে পুলিটোৰ আগটো যদি কোনো কাৰণত ছিগি পৰে তেতিয়া পুলিটোৰ গাৰপৰা অধিক পোখা মেলিব। এটি শিশুক হাবিৰ মাজত ডাঙৰ-দীঘল হ'বলৈ এৰি দিলে সি মানুহৰ দৰে কথা ক'ব নোৱাৰিব, মানুহৰ আচৰণ নিশিকিব। বন্য প্ৰাণীৰ দৰে তাৰ আচৰণে গঢ় ল'ব। মানুহে শাৰীৰিক শ্ৰম নকৰি যদি কেৱল খায় আৰু শোৱে তেন্তে মানুহজনৰ স্বাভাৱিকতে জীৱনকাল চুটি হ'ব আৰু পৰৱৰ্তী পুৰুষত শাৰীৰিক পৰিশ্ৰমৰ বাবে অনুপযুক্ত দেহৰ গঠন হ'ব। আধুনিক প্ৰযুক্তিৰ আশীৰ্বাদত (আচলতে অভিশাপ) চকীত বহি কম্পিউটাৰ বা ম'বাইল টিপি টিপি সম্পাদন কৰা কাৰ্য পুৰুষে পুৰুষে চলি থাকিলে পৰৱৰ্তী পুৰুষবোৰৰ হাতৰ আঙুলিৰ মূৰবোৰ চেপেটা হৈ যাব আৰু তেওঁলোক শাৰীৰিক শ্ৰমৰ বাবে অনুপযুক্ত হ'ব। নিম্নমানৰ জীৱৰপৰা কোটি কোটি বছৰৰ ক্ৰমাগত পৰিৱৰ্তনৰ যোগেদি উচ্চ খাপৰ জীৱৰ উদ্ভৱ হৈছে। জৈৱ বিকাশৰ একেবাৰে শেষ স্তৰত সৃষ্টি হৈছে আধুনিক মানুহ। আধুনিক মানুহৰ শাৰীৰিক পৰিশ্ৰমৰ পৰিৱৰ্তে আৰামপ্ৰিয়তা, ভোগ-বিলাস আৰু অসীম স্বাৰ্থ পূৰণৰ হাবিয়াসে পৃথিৱীলৈ সংকট নমাই আনিছে। এনে সংকট দূৰ কৰিব পাৰিলে মানুহকে ধৰি সমগ্ৰ জীৱ জগতৰ অস্তিত্ব ৰক্ষা হ'ব। জীৱকুল তিষ্ঠি থকাৰ অনুকূল পৰিৱেশ বৰ্তি থাকিলে ভৱিষ্যতে লাখ লাখ বছৰৰ পাছত মানুহো বেলেগ ধৰণৰ প্ৰাণীলৈ পৰিৱৰ্তন হ'ব। এনেদৰে পৰিৱৰ্তনৰ কিছুমান কাৰণ থাকে আৰু সেই কাৰণবিলাক প্ৰাকৃতিক ঘটনা বিলাকৰ একো একোটা ৰূপ। মহাবিস্ফোৰণ ঘটি বিশ্বখন ছিটিকি বহল হৈ দূৰলৈ গৈ আছে। অৰ্থাৎ এই মহাবিশ্ব গতিশীল আৰু গতিশীলতাৰ শ শ কোটি বছৰৰ অন্তত মহাবিশ্বত বৰ্তি থকা পদাৰ্থ বিলাকৰ ৰূপ সলনি হয়। যেনেকৈ কোটি কোটি বছৰৰ মূৰত শিল গুৰি হৈ মাটিলৈ ৰূপান্তৰিত হয়, যেনেকৈ মানুহৰ শৰীৰটোত লো, সীহ আদি অজৈৱ পদাৰ্থৰ প্ৰাদুৰ্ভাৱ ঘটিল।

মানুহে ঈশ্বৰক সৃষ্টি কৰ্তা, পালন কৰোতা আৰু সংহাৰ কৰোতা ৰূপে গ্ৰহণ কৰি আহিছে। বিশ্বত ঘটি থকা ঘটনা বিলাকলৈ ভগৱানৰ অৱদান কি এই বিষয়ৰ ওপৰত খুব কমেইহে বস্তুনিষ্ঠ আলোচনা হৈছে। মানৱ সমাজত শুদ্ধ পথত চলা লোকতকৈ অশুদ্ধ পথত চলা মানুহৰ সংখ্যা অধিক। মানুহৰ প্ৰকৃত মানসিকতা হৈছে স্বাৰ্থপৰতা। স্বাৰ্থপূৰণ কৰিবলৈ যাওঁতে শুদ্ধ নে অশুদ্ধ সেই বিচাৰ কাৰ্য





গৌণ হৈ পৰে। প্ৰকৃতিৰ বিধানমতে মানুহে নিজৰ স্বভাৱ (দীৰ্ঘ জীৱনৰ বাবে প্ৰয়োজনীয় নীতিসমূহ) মানি চলাটো কঠিন হয় যেতিয়া কোনোবা এজনক শিশু কালৰ পৰা এটা নিৰ্দিষ্ট নিৰ্দেশনাত শিকোৱা হয়। ঈশ্বৰে বিশ্ব সৃষ্টি কৰা বা ঈশ্বৰৰ পৰা বিশ্ব সৃষ্টি হোৱাৰ ঘটনাটো ঘটিছিল আজিৰপৰা প্ৰায় ১,৪০০ কোটি বছৰৰ পূৰ্বে। প্ৰায় ৩৫০ কোটি বছৰৰ পূৰ্বে পৃথিৱীত প্ৰথম প্ৰাণৰ সঞ্চাৰ (বেক্টেৰিয়াৰ সৃষ্টি) হৈছিল। বিশ্ব সৃষ্টিৰ পৰা প্ৰথম প্ৰাণৰ সঞ্চাৰ হোৱালৈকে সময়ৰ ব্যৱধান ১,০৫০ কোটি বছৰ। এই ১,০৫০ কোটি বছৰৰ ভিতৰত ঈশ্বৰে কোনো কাম কৰা নাছিল বা একো সৃষ্টি কৰা নাছিল। সেই সময়ছোৱাৰ ভিতৰত সৃষ্টি হোৱা কম বয়সীয়া নক্ষত্ৰ, গ্ৰহ, গ্ৰহাণুবোৰো প্ৰথম মহাবিস্ফোৰণৰ কালত ছিটিকি পৰা পদাৰ্থ আৰু ৰশ্মিৰ কণিকাৰে গঠিত। ঈশ্বৰে কোনো কাম নকৰাকৈ ১,০৫০ কোটি বছৰ বহি থকাটো এটা বিৰাট ৰহস্য। এতিয়াও আন বহুতো নতুন নতুন নক্ষত্ৰ, গ্ৰহ, গ্ৰহাণুৰ সৃষ্টি কাৰ্য চলি আছে আৰু কিছুমান গ্ৰহৰ সভ্যতাৰ পতন আৰু কিছুমান নক্ষত্ৰৰো বিলুপ্তি হৈ আছে। মহাবিশ্বৰ এই আবাসীবোৰৰ সৃষ্টি কাৰ্যত কুমাৰে মূৰ্তি তৈয়াৰ কৰোঁতে ব্যস্ত হৈ থকাৰ দৰে ভগৱান জড়িত হৈ থকা নাই। মহাবিস্ফোৰণত ছিটিকি পৰা পদাৰ্থৰ কণিকাবোৰৰ পৰাই সেইবোৰৰ গঠন কাৰ্য চলি আছে। বিজ্ঞানীসকলে ঘোষণা কৰামতে প্ৰায় ৩৫০ কোটি বছৰৰ পূৰ্বে জড় পদাৰ্থৰ পৰা বেক্টেৰিয়া ৰূপত পৃথিৱীত প্ৰথম প্ৰাণৰ সঞ্চাৰ হৈছিল। নিউক্লিয়াচ বিহীন এককোষী বেক্টেৰীয়াৰ পৰা পূৰ্ণাংগ এককোষী জীৱ, তাৰ পাছত বহুকোষী জীৱ, এনেদৰেই উদ্ভিদ আৰু প্ৰাণীৰ সৃষ্টি। কোটি কোটি বছৰৰ দীৰ্ঘকালৰ জৈৱ ক্ৰমবিৱৰ্তনৰ ফলশ্ৰুতিত মানুহৰ আৱিৰ্ভাৱ ঘটিল আজিৰপৰা ২০ লাখ বছৰৰ পূৰ্বে, যি মানুহৰ নিকট পূৰ্ব পুৰুষ হৈছে এনথ্ৰ'পয়ড। জড় পদাৰ্থৰপৰা জীৱ সৃষ্টি হোৱাৰ জৈৱ বিকাশৰ সূত্ৰটো অস্বীকাৰ কৰিলেও ঈশ্বৰৰ আন এটা সৃষ্টি হ'ব বেক্টেৰিয়া। বেক্টেৰিয়াৰ পিছৰ কালৰ জীৱৰ ক্ৰমবিকাশৰ সুদীৰ্ঘ যাত্ৰাৰ শেষ প্ৰান্তৰ মানৱৰ আৱিৰ্ভাৱলৈকে ঈশ্বৰৰ অৱদান শূন্য। জীৱই এই দীৰ্ঘ পৰিক্ৰমা অতিক্ৰম কৰিছে ক্ৰম বিৱৰ্তনৰ যোগেদি। মানুহ আচলতে তলখাপৰ স্তন্যপায়ী প্ৰাণীৰ পৰাই বিকশিত হৈছে। এই ক্ৰমবিৱৰ্তনত ভগৱানৰ কোনো হাত নাই। এই দীঘলীয়া কালছোৱাত ঠেংবিহীন, চাৰিঠেঙীয়া, বহুঠেঙীয়া, পাখিযুক্ত, নোম

থকা, নোম বিহীন, জলচৰ, উভচৰ, ক্ষুদ্ৰ, বৃহৎ আদি কোটি কোটি জীৱৰ সৃষ্টিত ঈশ্বৰৰ প্ৰাসংগিকতা নাহে। ঈশ্বৰে একে লহমাতে মানুহক সৃষ্টি কৰা নাছিল। মহাবিস্ফোৰণৰ পাছত বিশ্বৰ প্ৰতি মুহূৰ্তত ঘটি থকা ঘটনাবোৰৰ সৈতে আৰু মানুহৰ জন্ম-মৃত্যুৰ জীৱন চক্ৰৰ সৈতে ভগৱান জড়িত হৈ থকা নাই।

সাম্প্ৰতিক কালত মানুহৰ দৈনন্দিন জীৱন নিৰ্বাহত ভগৱানে গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আছে। খাওঁতে, লওঁতে, যাওঁতে, শোওঁতে প্ৰতি মুহূৰ্ততে মানুহে ভগৱানৰ নাম লয়। ভগৱানৰ চিন্তাই মানুহৰ মন অনবৰতে ভাৰাক্ৰান্ত কৰি ৰাখিছে। ঈশ্বৰক সন্তুষ্ট কৰিবলৈ দিনে-ৰাতিয়ে আপ্ৰাণ চেষ্টা চলোৱা হয়। ঈশ্বৰক উপাসনা কৰিলে বা ঈশ্বৰৰ নাম ল'লে মানুহে কৰা অপৰাধ খণ্ডন হয় বুলি ভাবে। প্ৰাৰ্থনা কৰি ভগৱানৰ পৰা ঈপ্সিত ফল লাভ কৰিব পাৰি। ভাল কাম কৰিলে ঈশ্বৰে পুৰস্কৃত কৰে, বেয়া কাম কৰিলে শাস্তি দিয়ে। ভগৱানে মানুহক জন্ম কৰি পঠিয়াওঁতেই কপালত ভাগ্য লিখি পঠিয়ায়। মানুহে যিমানেই কৰ্ম নকৰক কিয় তাৰ ফলাফল ভগৱানৰ ইচ্ছা মতেহে হ'ব। ভাগ্যৰ লিখন মানুহে খণ্ডাব নোৱাৰে। গতিকে মানুহে কৰ্ম কৰি যাব লাগে কিন্তু ফলাফল আশা কৰিব নেলাগে। সকলো কামৰে গৰাকী তেওঁ। মানুহৰ মাজত ঈশ্বৰৰ এনে ব্যাখ্যাবোৰে ঠাই অধিকাৰ কৰি আছে।

প্ৰকৃততে ঈশ্বৰ হৈছে এনে এটা পৰম শক্তি যি শক্তিয়ে মানুহৰ পৰা শ্ৰদ্ধা, ভক্তি, আদায় কৰাৰ কোনো প্ৰয়োজন নেথাকে। ঈশ্বৰ নিজেই স্বয়ং সম্পূৰ্ণ। মানুহে ঈশ্বৰক কৰা প্ৰাৰ্থনা বা অনুৰোধ মতে ঈশ্বৰে কোনো কাম কৰি দিব বুলি ভবাটোৱেই ভুল। ঈশ্বৰ আনৰ ওপৰত নিৰ্ভৰশীল নহয় আৰু ঈশ্বৰক প্ৰভাৱান্বিত কৰিব নোৱাৰি, যাৰ বাবে মানুহে ঈশ্বৰৰ মহিমা প্ৰচাৰ কৰাৰ প্ৰয়োজন আছে। কোনে ভগৱানৰ নাম প্ৰচাৰ কৰিছে আৰু কোনে প্ৰচাৰ কৰা নাই সেয়া ভগৱানে বিবেচনা নকৰে। ঠিক তেনেদৰে মানুহে কি কৰিছে, কি কৰা নাই বা কি খাইছে, কি খোৱা নাই এনে কাৰ্য প্ৰণালীৰ ওপৰতো ভগৱানে দৃষ্টি ৰখা নাই। ঈশ্বৰ যিহেতু সকলো সৃষ্টিৰ কাৰণ এটা স্বয়ং সম্পূৰ্ণ মহান শক্তি সেই হেতুকে মানুহে আশা কৰা মতে বা মানুহে ভবামতে ঈশ্বৰে কাম নকৰে। মানুহে যিমানেই শ্ৰদ্ধা, ভক্তি, প্ৰাৰ্থনা, উছৰ্গা, উপাসনা নকৰক কিয় ঈশ্বৰ উদাসীন। মানুহে তেওঁক আৰাধনা বা পূজা-পাতল





কৰা-নকৰাক লৈ চিন্তিত নহয়। ঈশ্বৰে মানুহৰ কাকুতি-মিনতিত কাৰোৰ প্ৰতি দয়াশীল নহয় অথবা প্ৰতিশোধ পৰায়ণো নহয়। দয়া-কৰুণা, হিংসা-অহিংসা, মৰম-চেনেহ এই দোষ-গুণবোৰ মানুহৰহে চৰিত্ৰ। মানুহৰ মাজত বৰ্তি থকা বৈশিষ্ট্যবোৰ ঈশ্বৰৰ মাজত বিচাৰিবলৈ যোৱাটো মানুহৰ অজ্ঞতাৰ বাদে আন একো নহয়।

বিজ্ঞানীসকলে ঘোষণা কৰিছে যে এই মহাবিশ্বত স্থিতি লোৱা প্ৰতি ২০০ টা নক্ষত্ৰৰ মাজত এটাকৈ জীৱন্ত গ্ৰহ আছে। তেনে গ্ৰহবোৰত মানুহতকৈ নিম্নস্তৰৰ আৰু মানুহতকৈ উচ্চস্তৰৰ প্ৰাণীয়ে বসবাস কৰাটো সম্ভৱ। সেই হিচাপে মানুহ ঈশ্বৰৰ সৰ্বশ্ৰেষ্ঠ সৃষ্টি নহয়। এই মহাবিশ্বত মানুহতকৈ উন্নত প্ৰাণীয়ে বাস কৰে। বিজ্ঞানীসকলে হিচাপ কৰি পাইছে যে আমাৰ হাতীপটিতে অন্ততঃ পাঁচ কোটি উন্নত সভ্যতা আছে। তাৰে বহুতো সভ্যতা ইতিমধ্যে ধ্বংস হৈ গ'ল। আধুনিক জোতিৰ্বিজ্ঞানী সকলৰ মতে হাতীপটিত এতিয়াও দহলাখ মান তৰাত মানুহ বা তাতোতকৈ উন্নত প্ৰাণীয়ে বাস কৰা জীৱন্ত গ্ৰহ আছে। ঈশ্বৰ মহাবিশ্বখনৰ সৃষ্টি কৰোঁতা বুলি মানুহে ভবাৰ দৰেই মহাবিশ্বত বাস কৰা অন্যান্য গ্ৰহৰ উন্নত প্ৰাণীবোৰে একেদৰে ভাবিব বুলিও কোনো কথা নাই। ঈশ্বৰে সৃষ্টি কৰা মহাবিশ্বৰ ভিতৰত পৃথিৱী তেনেই সামান্য গ্ৰহ। মানুহ বাস কৰা পৃথিৱী গ্ৰহটো সমগ্ৰ মহাবিশ্বৰ কোটি কোটি তাৰকাৰাজ্যৰ ভিতৰৰ হাতীপটি নামৰ তাৰকা ৰাজ্যখনৰে গুৰুত্বপূৰ্ণ সদস্য নহয়। তেনে পৰিপ্ৰেক্ষিতত এই বিশাল মহাবিশ্বত পৃথিৱী এটি ক্ষুদ্ৰ ধূলি কণাৰ দৰে। পৃথিৱীৰ এটা নিৰ্দিষ্ট আয়ুস আছে। সেইদৰে মানুহ বা জীৱ জগতৰো নিৰ্দিষ্ট আয়ুস আছে। এই বিশাল মহাবিশ্বৰ নগণ্য গ্ৰহ পৃথিৱীৰ সভ্যতা নিৰ্দিষ্ট সময়ৰ অন্তত বিলুপ্ত হ'ব। এনে ধ্বংস কাৰ্য মহাবিশ্বত ঘটা প্ৰাকৃতিক প্ৰক্ৰিয়াৰ এটা স্বাভাৱিক পৰিঘটনা। তেনে ঘটনা প্ৰকৃতিৰ স্বভাৱগত অংশবিশেষ আৰু সেই ঘটনা ঈশ্বৰে সংঘটিত নকৰে। বিশ্ব সৃষ্টিৰপৰা সাম্প্ৰতিক সময়লৈকে যিবোৰ অস্তিত্বই নিৰ্দিষ্ট ৰূপ গ্ৰহণ কৰিছে সেইবোৰ হৈছে পৰিবৰ্তনৰ শেহতীয়া চানেকি।

ফূ ছী





# স্বৰ্গ ৰজা ফূ ছী

প্ৰকৃতি সদায়েই ৰহস্যময়। প্ৰকৃতিৰ সকলোবোৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ মানুহে আজিও সক্ষম হোৱা নাই। আদিম কালত মানুহে প্ৰকৃতিৰ সৈতে নিবিড় সম্পৰ্ক ৰক্ষা কৰি চলিছিল। সেই সময়ত প্ৰকৃতিত সংঘটিত ঘটনাবিলাকে মানুহক আতংকিত কৰি তুলিছিল। সময়ে সময়ে উগ্ৰ ৰূপ লোৱা প্ৰকৃতিক সন্তুষ্ট কৰিবলৈ মানুহে কিছুমান ব্যৱস্থা গ্ৰহণ কৰিছিল। আজিকালি পৃথিৱীৰ বিভিন্ন জাতি-জনগোষ্ঠীয়ে পালন কৰি থকা ধৰ্মবোৰৰ ৰূপ বা বৈশিষ্ট্য বুৰঞ্জীয়ে ঢুকি নোপোৱা কালত সাম্প্ৰতিক সময়তকৈ বহু পৰিমাণে অমিল আছিল। নিৰ্দিষ্ট নাম একোটা গ্ৰহণ কৰাৰ পূৰ্বে মানৱ জাতিৰ পৌৰাণিক ধৰ্মবোৰ অসংগঠিত ৰূপত সম্পাদন হৈছিল। আদিম কালত মানুহৰ মাজত অসংগঠিত ৰূপত পালিত ধৰ্মক ছামান ধৰ্ম বা ছামানবাদ বোলা হয়। পৃথিৱীৰ প্ৰতিটো ধৰ্মই নিৰ্দিষ্ট নাম গ্ৰহণ কৰাৰ পূৰ্বে ছামানবাদৰ নীতিবোৰ মানি চলিছিল। মানুহৰ ধৰ্মবিলাক ছামানবাদৰ অন্তৰ্ভুক্ত হৈ থাকোতে মানুহ আৰু প্ৰকৃতিৰ মাজৰ ঘনিষ্ঠতা অতি নিবিড় আছিল। সময়ৰ ধামখুমীয়াত ধৰ্মবোৰে নতুন ৰূপ ল'লেও কোনো কোনো ধৰ্মৰ মাজত আজিও ছামানবাদৰ বৈশিষ্ট্য অন্তৰ্নিহিত হৈ আছে।

সভ্যতাৰ বিকাশ হোৱাৰ পূৰ্বে মানৱ জাতি আদিম ৰূপত বৰ্তি আছিল। আদিম কালত মানুহে আজিকালিৰ দৰে একোটা পৰিয়ালৰ গোট গঠন কৰি বসবাস কৰিব নেজানিছিল। সমাজখন বিশৃংখলাৰ মাজত ডুব গৈ আছিল। কাপোৰ তৈয়াৰ কৰিব নেজানিছিল। পুৰুষ আৰু নাৰীৰ মাজত সম্বন্ধৰ বিচাৰ নাছিল। শৰীৰ ঢাকিবলৈ গছৰ পাত, গছৰ ছাল বা জন্তুৰ ছাল ব্যৱহাৰ কৰিছিল। তেনে সময়তে পূব এছিয়াৰ হুৱাঙ হো নদীৰ উপত্যকাত মানৱ সমাজক শৃংখলিত জীৱন নিৰ্বাহৰ জ্ঞান দিবলৈ আজিৰপৰা ৫ হেজাৰ বছৰৰ পূৰ্বে এজন জ্ঞানী পুৰুষৰ আবিৰ্ভাৱ ঘটিল। তেৱেঁই হৈছে জ্ঞানী ৰজা ফূ ছী। ফূ ছীৰ ৰাজত্ব কাল

২,৮৫২-২,৭৩৭ খ্রীষ্টপূর্ব। তেওঁ ১৯৭ বছৰ জীয়াই আছিল। তেওঁ আদিম সমাজখনক নেতৃত্ব দিছিল। মানুহক তেওঁ বছৰটোৰ বাবে খাদ্যশস্য জমা কৰা পদ্ধতি শিকাইছিল। জাল গুঠি জন্তু, চৰাই ধৰি ঘৰত পুহিবলৈ শিকাইছিল। জালেৰে মাছ মাৰিবলৈ শিকাইছিল। তেওঁ ১০০ টা মানব পৰিয়ালৰ গোট গঠন কৰিছিল আৰু প্ৰতিটো পৰিয়ালক একোটাকৈ নাম দিছিল। কোনটো পৰিয়ালৰ সৈতে কোনটো পৰিয়ালৰ বিবাহ হ'ব পাৰে আৰু কোনটো পৰিয়ালৰ সৈতে কোনটো পৰিয়ালৰ বিবাহ হ'ব নোৱাৰে সেই নীতি বান্ধি দিছিল। (ফু ছীয়ে সৃষ্টি কৰা বৈবাহিক সম্বন্ধ তাই-আহোম জনগোষ্ঠীৰ পৰিয়ালবোৰে পৰম্পৰাগত ভাবে অব্যাহত ৰাখিছে)। তেওঁ ৩৫ ডাল জৰীযুক্ত বাদ্যযন্ত্ৰ নিৰ্মাণ কৰিছিল। ফু ছীয়ে ওপৰলৈ চাইছিল আৰু স্বৰ্গৰ প্ৰতিবিম্ব মনোযোগেৰে লক্ষ্য কৰিছিল, তেওঁ তললৈ চাইছিল আৰু পৃথিৱীখনৰ ওপৰৰ চানেকিবোৰ মনোযোগেৰে লক্ষ্য কৰিছিল। তেওঁ চৰাইবোৰৰ আৰু জন্তুবোৰৰ লক্ষণবোৰ আৰু অঞ্চলবোৰলৈ অভিযোজিত ৰূপ মনোযোগেৰে লক্ষ্য কৰিছিল। তেওঁ প্ৰত্যক্ষভাৱে নিজৰপৰা আৰু পৰোক্ষভাৱে বস্তুবোৰৰপৰা আগবাঢ়ি গৈছিল। তাৰ পাছত তেওঁ দেৱতাসকলৰ পোহৰৰ হিতকৰ গুণৰ সৈতে সম্বন্ধ স্থাপন কৰা কাৰ্যত অংশ গ্ৰহণ কৰাৰ উদ্দেশ্যে আৰু সকলো অস্তিত্ব প্ৰতিফলিত কৰিবৰ কাৰণে ৮ কোণীয়া ত্ৰিৰেখীয় চিত্ৰ উদ্ভাৱন কৰিলে। তেওঁ নিৰীক্ষণ কৰা বিশ্বৰ বৈশিষ্ট্যবোৰ সাগৰীয় কাছৰ চলঙত অংকন কৰি লিপিবদ্ধ কৰিলে। সেইখনেই হৈছে 'ঈ চিঙ' শাস্ত্ৰ।





কাছৰ চলঙত ঈ চিঙ

# তাও জ্ঞান

১. উপৰি পুৰুষক উপাসনা : দাম ফী (মৃতক দেৱতা), ছাঙ ফী (স্বৰ্গৰ দেৱতা) আৰু পৃথিৱীৰ (মাটি, পানী, পৰ্বত, অৰণ্য) দেৱতা।

২. দীৰ্ঘ জীৱন বা অমৰত্ব লাভ : বনৌষধি চিকিৎসা, অকুপাংচোৰ চিকিৎসা, ধ্যান, সমৰ কলা, ফেঙ ছুই কলা, সুস্থ খাদ্য (ভাৰসাম্যযুক্ত খাদ্য) খোৱা।

৩. সুস্থ সমাজ গঠন : নিৰ্দিষ্ট বৈবাহিক সম্বন্ধ, পৰিয়ালৰ প্ৰতিজন সদস্যই নিজৰ অৱস্থান মতে কাম কৰা, আনক উপকাৰ কৰা, উচ্চাকাংক্ষা এৰাই চলা, সমন্বয় ৰক্ষা কৰা।

৪. শান্তিময় দেশ নিৰ্মাণ : নম্ৰ শাসক, নম্ৰ জনসাধাৰণ (অস্ত্ৰৰ প্ৰতি আসক্তি ত্যাগ), জনসাধাৰণৰ ভোক নিবাৰণ, ন্যূনতম ধন-সম্পত্তিক লৈ সন্তুষ্ট থকা, বিভেদ নীতি পৰিত্যাগ।





# সাৰাংশ

ঈ চিঙ পৃথিৱীৰ আটাইতকৈ পুৰণি শাস্ত্ৰ। এই শাস্ত্ৰ খন হেজাৰ হেজাৰ বছৰ জুৰি ভৱিষ্যৎ গণনা আৰু জ্ঞানৰ হাতপুথি ৰূপে ব্যৱহৃত হৈছিল। এশাৰী প্ৰতীক চিত্ৰৰ যোগেদি মহাবিশ্বৰ সকলো সাল-সলনি প্ৰপঞ্চক প্ৰদৰ্শন কৰি ইয়াৰ উৎকৃষ্টতাৰ দ্বাৰা গ্ৰন্থখন অতি গভীৰ। এই প্ৰতীক প্ৰতিবিম্ব বিলাক দুটা মৌলিক বিপৰীত নীতি য়িন আৰু য়াঙত ভাগ হৈ পৰিল। প্ৰধানকৈ প্ৰতীকবিলাকৰ স্থিতিস্থাপকতাৰ বাবে ঈ চিঙ হৈছে এখন শক্তিশালী ভৱিষ্যত গণনাৰ সঁজুলি। প্ৰতীকবিলাক এটা আত্মপ্ৰসূত আৰু প্ৰপঞ্চ অনুভূমিকৰ পৃথক ধাৰণাবোৰ বৰ্ণনা কৰিবলৈ সমৰ্থ যিবিলাক সমস্যা সমাধানৰ আহিলা ৰূপে বিবেচনা কৰি ব্যৱহাৰ হ'লে প্ৰকৃতি বৰ্তি থকাৰ মুখ্য কাৰণ স্বৰূপ হ'ব। সমস্যাবোৰ পদ্ধতিগতভাৱে সমাধান কৰিবলৈ দৰ্শনৰ এটা একক পদ্ধতি প্ৰয়োগৰ তাওবাদী জ্ঞানৰ অত্যধিক গুৰুত্বপূৰ্ণ গ্ৰন্থ হৈছে ঈ চিঙ। ঈ চিঙে তাই-চী (মহান অন্তিম)ৰ ওপৰত ভিত্তি কৰিছে। এইটোৱে পৰম সত্যক সূচায় যিটোৱে আমি সাধাৰণতে উপলব্ধি কৰা সাধাৰণ বিশ্বৰ সকলো ফটফটীয়া আৰু প্ৰপঞ্চৰ অৱস্থাক উৰ্ধ্বগামী কৰে। এই মহান অন্তিম সত্যই হৈছে এটা জীৱন, এটা স্ব-প্ৰকৃতিৰ অস্তিত্ব ৰক্ষা, সম্পূৰ্ণ সৰ্বেসৰ্বা, চিৰন্তন আৰু অসীম, সকলো বস্তুৰ কাৰণহীন কাৰণ আৰু সেইটো য'লৈ অৱশেষত সকলো বস্তু ঘূৰি যায়। ষড়ৰেখীয় চিত্ৰবোৰে প্ৰকাশ কৰে যে এই পৰিৱৰ্তনবোৰ পুনৰাবৃত্তি চক্ৰত চলে। য়িন আৰু য়াঙ হৈছে মহান অন্তিম **(Supreme Ultimate)** ৰ অভিব্যক্তি, চিৰন্তন আৰু পৰম অস্তিত্ব, তাওৰ প্ৰকৃতিক লৈ সম্পূৰ্ণভাৱে আকৃতিহীন। মহান অন্তিম হৈছে এটা বিধিৰ প্ৰতিনিধিত্ব, যিটো অতুলনীয় আৰু এনেকৈ সিমূৰে একমাত্ৰ প্ৰজ্ঞা। এই অন্তিম সত্যক কেৱল স্বজ্ঞাৰ মানসিক আৰু কায়িক সামৰ্থ্য আৰু ধ্যানৰ যোগেদিহে বুজিব পৰা হ'ব।

এইটো ইয়াৰ মাজেৰে কায চাপি আহে যে এজন মানুহৰ সত্যৰ এই ৰূপৰ প্ৰকৃততে অভিজ্ঞতা হয় প্ৰত্যক্ষভাৱে তেওঁৰ বা তাইৰ নিজৰ। এজনৰ পৰম অভিজ্ঞতা হৈছে দুটা বিপৰীত চেহেৰা কোৱা হয় য়িন আৰু য়াঙ। পৰমৰ এই দুবিধ চেহেৰাই প্ৰাকৃতিক প্ৰপঞ্চত সদায়েই কাম কৰে। ইয়েই হৈছে স্থান আৰু সময়ৰ গতিপথৰ মাজেৰে এই দুবিধ নীতিৰ চিৰন্তন সক্ৰিয়তা যিয়ে আমাৰ মহাবিশ্বৰ নিৰৱচ্ছিন্ন পৰিবৰ্তিত প্ৰপঞ্চৰ বিষয়ে পতিয়ন নিয়ায়। ঈ চিঙৰ ষড়ৰেখীয় চিত্ৰবোৰ যিকোনো ব্যক্তিৰ বাবে অতি ব্যৱহাৰযোগ্য যিজনে সিহঁতক অধিক মাত্ৰাৰ আত্মিক আৰু উচ্চ মানৰ মানুহলৈ চৰিত্ৰগত পৰিবৰ্তন ঘটাবলৈ ইচ্ছা কৰে। ষড়ৰেখীয় চিত্ৰবোৰে আত্মিক সচেতন ব্যক্তিক মহাবিশ্বৰ আৰু তদনুসৰি সিঁহতৰ নিজৰ পৰিবৰ্তনবোৰ প্ৰকাশ কৰে। ৩ ডাল ৰেখাৰে ৮ টা ত্ৰিৰেখীয় চিত্ৰগঠন কৰা হয়। প্ৰতিটো চিত্ৰৰেখীয় চিত্ৰ খণ্ডিত আৰু অখণ্ড ৰেখাবোৰৰ ৮ টা পৃথক সংযোজনেৰে গঠিত হয়। খণ্ডিত ৰেখাবোৰ হৈছে য়িন আৰু অখণ্ডিত ৰেখাবোৰ হৈছে য়াঙ। এই চিহ্নবোৰে প্ৰকৃতিত চলা বুনিয়াদী শক্তিবোৰক প্ৰতিনিধিত্ব কৰে আৰু যেতিয়া ত্ৰিৰেখীয় চিত্ৰবোৰ এটা ষড়ৰেখীয় চিত্ৰ গঠন কৰিবলৈ সংযোগ কৰা হয়, দুটা প্ৰতীক চিহ্নই এটা কাহিনীমূলক অৱস্থিতি সৃষ্টি কৰে। মহাবিশ্বৰ তাওবাদী ধাৰণাক কেনেকৈ ত্ৰিৰেখীয় চিত্ৰবোৰে প্ৰতিনিধিত্ব কৰে চিত্ৰৰ সহায়ত ব্যাখ্যা কৰিবলৈ ত্ৰিৰেখীয় চিত্ৰবোৰ মহান অস্তিমৰ এটা চিত্ৰৰ ওপৰত স্থাপন কৰা হৈছে। ঈ চিঙ ৬৪ টা ষড়ৰেখীয় চিত্ৰৰে গঠিত। প্ৰত্যেকে সজাগতা, প্ৰকৃতি, সমাজ আৰু মহা বিশ্বৰ সম্পূৰ্ণতাৰ পৃথক প্ৰপঞ্চৰ চিত্ৰ সংযোগ কৰে। ৬৪ টা ষড়ৰেখীয় চিত্ৰৰ শাৰীয়ে সকলো বস্তু সৰকি গৈ দুটা মৌলিক বিপৰীত এশাৰী চিৰন্তন পৰিবৰ্তনৰ সাৰ্বজনীন প্ৰপঞ্চৰ বৰ্ণনা কৰে। ধৰ্মীয় পদ্ধতিবিলাকে তাওবাদী ভৱিষ্যত গণনাত প্ৰতীকী কাৰ্যবোৰ জড়িত কৰি এই মহাজাগতিক প্ৰক্ৰিয়াবোৰক প্ৰতিনিধিত্ব কৰে। ভৱিষ্যত গণনাবোৰৰ এটা সাধাৰণ ৰূপৰেখা প্ৰয়োগত পৰামৰ্শ দিবলৈ সমৰ্থ ঈ চিঙত ধৰ্মীয় পদ্ধতিবোৰ প্ৰতিনিধিত্ব কৰা দৰ্শনটোৰ দৃষ্টান্ত স্বৰূপে ব্যাখ্যা হ'ব। ত্ৰিৰেখীয় আৰু ষড়ৰেখীয় শাৰীবোৰ আৰু ভৱিষ্যত গণনাৰ কৌশলবোৰৰ সকলোৱে এটা জটিল আৰু মহাজাগতিক স্বজ্ঞাৰে আৰু তাওবাদী চিন্তাৰ প্ৰকৃতি বৰ্তি থকা, সত্য আৰু জ্ঞানৰ পদ্ধতিবোৰৰ





সাকাৰ ৰূপ দিছে। দুটা বিপৰীত মেৰুৰ আইন আৰু নিয়মিত ব্যৱধানৰ ঘটনাই ঈ চিঙৰ সকলো উপাদানৰ চিত্ৰ সংযোগ কৰি আহিছে। গতিকে দেখুৱায় যে এইখন প্ৰকৃততে তাওবাদী জ্ঞানৰ এখন বিস্ময়কৰ গ্ৰন্থ যিখনে এজনক সৰ্বত্ৰ অস্তিত্ব ৰক্ষাত সন্মুখীন হোৱা বহুতো ঘটনাৰ নিৰ্ভৰযোগ্য অন্তদৃষ্টিৰ প্ৰতি জ্ঞানৰ উপদেশ দিয়ে। তাওবাদী ধাৰণাৰ ভাৰসাম্য আৰু বৈপৰীত্য অন্তৰ্ভেদবোৰ ঈ চিঙৰ তত্ত্বৰ আন্তঃ বয়নশীল। এজনে মনোযোগ দিব পাৰে যে পথটোত এটা প্ৰসাৰিত আৰু সংকুচিত প্ৰকৃতি আছে সেয়া চিত্ৰত য়িন আৰু য়াঙৰ সাৱলীল গতিৰ পৰিবৰ্তনবোৰে এনেকৈ এখন প্ৰসাৰিত আৰু সংকুচিত মহাবিশ্ব আঁকি দেখুৱায়। এটা দুই মেৰুৰ ভিত্তি মানি পৰম পৰিবৰ্তনৰ ঘটনা চক্ৰৰ ওপৰত চলি এনেকৈ বৈপৰীত্যবোৰ ওভতনিৰে সিহঁতৰ নিজৰ বিৰোধিতা বোৰৰ ভিতৰলৈ জড়িত হয়। এই আইনবোৰে চিত্ৰবোৰত সাকাৰ ৰূপ লৈছে আৰু এতিয়াৰে পৰা আগলৈ ষড়ৰেখীয় চিত্ৰবোৰ যিবোৰ প্ৰাকৃতিক প্ৰপঞ্চত সেই আইনে নিজে প্ৰকাশিত এটা নিৰ্দিষ্ট পৰ্যায়ৰ চিত্ৰ সংযোগ কৰে। সত্যটো হৈছে যে এই বিশ্বজনীন আইনবোৰ ষড়ৰেখীয় চিত্ৰবোৰত প্ৰত্যক্ষভাৱে ধাৰণ কৰি থাকে আৰু সম্ভাৱনাপূৰ্ণ প্ৰপঞ্চ লানি নিছিগা সামঞ্জস্যবোৰৰ ওপৰত ভিত্তি কৰা প্ৰতীকবাদৰ এটা জটিল আৰু স্থিতিস্থাপক শাৰীত অংকিত, অপৰিসীম জটিল আৰু প্ৰাকৃতিক বিশ্বৰ পৰিবৰ্তিত প্ৰপঞ্চ প্ৰতিনিধিত্ব কৰিবলৈ ঈ চিঙৰ যন্ত্ৰাংশ অনুমোদন কৰে। তাওবাদী মহাবিশ্ব তত্ত্ব হৈছে প্ৰকৃততে ঈ চিঙৰ নিজৰ যান্ত্ৰিক গাঁথনিত এটা সক্ৰিয় কৰ্মৰত প্ৰভাৱ। ঈ চিঙ সকলো সম্ভাব্য অভিজ্ঞতা বৰ্ণনা কৰিবলৈ সক্ষম, ই চানেকিবোৰৰ ওপৰত ভিত্তি কৰিব আৰু উপযোগী কৰি ল'বলৈ সমৰ্থ হ'ব। এইটোৱে এজনক শুদ্ধভাৱে ধাৰণ কৰিবলৈ নিৰ্দেশ দিয়ে যে তেনে এটা পদ্ধতিয়ে এটা গভীৰ স্বজ্ঞাৰে মহাবিশ্ব তত্ত্ব আৰু প্ৰকৃতি বৰ্তি থকা, সত্য আৰু জ্ঞানৰ ওপৰত ভিত্তি কৰিব। ফু ছীৰ দিনৰ পৰা আৰম্ভ হোৱা তাও ধাৰণাটোত সকলোবোৰ অন্তৰ্ভুক্ত হৈ আছিল। ই জীৱনৰ সকলো দিশত প্ৰযোজ্য হৈছিল আৰু কেতিয়াও ধৰ্মীয় বা দৰ্শন সম্পৰ্কীয় তাৰতম্যবোৰত সীমাবদ্ধ নাছিল। পৃথিৱীৰ মানৱ জাতিৰ মাজত বৰ্তি থকা প্ৰত্যেক ধৰ্ম বা দৰ্শন আছিল সাধাৰণভাৱে তাওৰ এটা নিৰ্দিষ্ট প্ৰকাশ ভংগী।

## পঢ়ুবৈসকলৰ প্ৰতি ঃ

ঈ চিঙ গ্ৰন্থৰ ষড়ৰেখীয় চিত্ৰবোৰৰ বেছিভাগতে অতি কমেও এডাল ৰেখাই বেয়া পৰিণতিবোৰৰ ভৱিষ্যদ্বাণী কৰে, কিন্তু সেইটোৱে আপোনাৰ ভাগ্য সেই পৰিণতিলৈ যোৱা নুবুজায়। ষড়ৰেখীয় চিত্ৰবোৰে পৃথক আচৰণবোৰৰ চিত্ৰ সংযোগ কৰে, সেইকাৰণে কাৰ্যবোৰ আৰু প্ৰতিক্ৰিয়াবোৰ অধ্যয়ন কৰক আচৰণবোৰৰ জ্ঞান আহৰণ কৰিবলৈ সেইটোৱে উচ্চতৰ মান বিশিষ্ট ফলাফলবোৰলৈ আগবঢ়াই নিব।

ঈ চিঙে আপোনাক শিক্ষা দান কৰে পৰিবৰ্তনবোৰৰ সৈতে সাবলীলভাৱে গতি কৰিবলৈ। ইতিবাচক পৰি বৰ্তন সৃষ্টি কৰক অভ্যন্তৰৰ পৰা সজাগ জীৱন ধাৰণৰ পদ্ধতিৰ জৰিয়তে। আপোনাৰ ভৱিষ্যত আপোনাৰ হাতত আছে। ঈ চিঙৰ পৰামৰ্শ লওঁক ধাৰণাবোৰৰ কাৰণে সেইটোৱে স্বচ্ছ ভাবলৈ আৰু ইতিবাচক মানসিক আচৰণলৈ আগবঢ়াই নিব। ঈ চিঙ অধ্যয়নে আপোনাৰ আচৰণবোৰে আৰু ধাৰণাবোৰে প্ৰতিফলন ঘটোৱা সময় অনুভৱ কৰাত আপোনাক সহায় কৰে। ঈ চিঙৰ ৬৪ টা প্ৰতীকৰ ক্ৰমাগত ব্যাখ্যা দাঙি ধৰা হ'ল। ষড়ৰেখীয় প্ৰতীকৰ ৰেখাবোৰৰ ক্ৰম তলৰ পৰা ওপৰলৈ প্ৰসাৰিত।





## ত্ৰিৰেখীয় চিত্ৰৰ পৰা ষড়ৰেখীয় চিত্ৰ গঠনৰ পদ্ধতি

| ওপৰ / তল | ☰ স্বৰ্গ | ☱ হ্ৰদ | ☳ বজ্ৰ | ☴ জুই | ☷ পৃথিৱী | ☶ পৰ্বত | ☵ পানী | ☴ বতাহ |
|---|---|---|---|---|---|---|---|---|
| ☰ স্বৰ্গ | ১ | ৪৩ | ৩৪ | ১৪ | ১১ | ২৬ | ৫ | ৯ |
| ☱ হ্ৰদ | ১০ | ৫৮ | ৫৪ | ৩৮ | ১৯ | ৪১ | ৬০ | ৬১ |
| ☳ বজ্ৰ | ২৫ | ১৭ | ৫১ | ২১ | ২৪ | ২৭ | ৩ | ৪২ |
| জুই | ১৩ | ৪৯ | ৫৫ | ৩০ | ৩৬ | ২২ | ৬৩ | ৩৭ |
| ☷ পৃথিৱী | ১২ | ৪৫ | ১৬ | ৩৫ | ২ | ২৩ | ৮ | ২০ |
| ☶ পৰ্বত | ৩৩ | ৩১ | ৬২ | ৫৬ | ১৫ | ৫২ | ৩৯ | ৫৩ |
| ☵ পানী | ৬ | ৪৭ | ৪০ | ৬৪ | ৭ | ৪ | ২৯ | ৫৯ |
| বতাহ | ৪৪ | ২৮ | ৩২ | ৫০ | ৪৬ | ১৮ | ৪৮ | ৫৭ |

## ৬৪ টা ষড়ৰেখীয় চিত্ৰ

| ১ | ৪৩ | ৩৪ | ১৪ | ১১ | ২৬ | ৫ | ৯ |
|---|---|---|---|---|---|---|---|
| ১০ | ৫৮ | ৫৪ | ৩৮ | ১৯ | ৪১ | ৬০ | ৬১ |
| ২৫ | ১৭ | ৫১ | ২১ | ২৪ | ২৭ | ৩ | ৪২ |
| ১৩ | ৪৯ | ৫৫ | ৩০ | ৩৬ | ২২ | ৬৩ | ৩৭ |
| ১২ | ৪৫ | ১৬ | ৩৫ | ২ | ২৩ | ৮ | ২০ |
| ৩৩ | ৩১ | ৬২ | ৫৬ | ১৫ | ৫২ | ৩৯ | ৫৩ |
| ৬ | ৪৭ | ৪০ | ৬৪ | ৭ | ৪ | ২৯ | ৫৯ |
| ৪৪ | ২৮ | ৩২ | ৫০ | ৪৬ | ১৮ | ৪৮ | ৫৭ |





## ১. সৃজনশীল শক্তি

ওপৰত স্বৰ্গ

তলত স্বৰ্গ

যিটোৱে সৃজনশীলতাক বণ্টন কৰে। এই ষড়ৰেখীয় চিত্ৰটোৰ সকলো ৰেখা হৈছে য়াঙ আৰু ড্ৰেগনক প্ৰতিনিধিত্ব কৰে, আত্মিক শক্তি, জ্ঞান আৰু শক্তিৰ কাৰণে তাওবাদী প্ৰতীক।

প্ৰথম ৰেখাত ড্ৰেগনটো লুকাই আছে। বাৰ্তাটো হৈছে এটা সৃজনশীল প্ৰচেষ্টাৰ আগেয়ে ড্ৰেগন বা সৃজনশীল শক্তিৰ বাবে অপেক্ষা কৰা।

দ্বিতীয় ৰেখাত ড্ৰেগনটো পথাৰত আৱিৰ্ভাৱ হৈছে। এয়া কাম কৰাৰ সময়, যেতিয়া মৌলিকতা বা মনে মনে ভাব প্ৰকাশ কৰা হয়। ই অৰ্থ প্ৰকাশ কৰে যে আভ্যন্তৰীণ চৰিত্ৰই, গুণবোৰে, শক্তিবোৰে আপুনি কৰা প্ৰতিটো কামকে প্ৰভাৱান্বিত কৰে।

তৃতীয় ৰেখাত আমি এজন ব্যক্তিক দেখোঁ যি কৰ্ম আৰু জিৰণিৰ প্ৰাকৃতিক সংগতি উপেক্ষা কৰি ঘণ্টা ঘণ্টা জুৰি কাম কৰে। এয়া বিপজ্জনক সত্বেও তেওঁৰ/তাইৰ অৱস্থান নিৰাপদ। আপোনাৰ জ্ঞান আলোকিত আৰু বিস্তাৰিত হয়।

চতুৰ্থ ৰেখাত এজন ব্যক্তিয়ে বিপদৰ সম্ভাৱনা মূৰ পাতি লয় ঠিক নিশাৰ আন্ধাৰত এটা ড্ৰেগনে জাঁপ মাৰিবলৈ সমৰ্থ হোৱাৰ দৰে। দীৰ্ঘ সময় ধৰি ভেটি সুস্থিৰ হৈ থাকিলে দুৰ্ভাগ্য নহ'ব।

পঞ্চম ৰেখাত সৃজনশীল জনসাধাৰণে মতবোৰৰ মিলা-মিচা আৰু ভাব বিনিময় কৰে, ঠিক ড্ৰেগনবোৰে আকাশত একেলগে উৰাৰ দৰে। ই উন্নতি আৰু সু-ফলবোৰ কঢ়িয়াই আনে।

ষষ্ঠ ৰেখাত ড্ৰেগনবোৰে বায়ুমণ্ডলৰ ভিতৰলৈ অত্যধিক উচ্চতালৈ উৰে। এজনে এটা প্ৰকল্পৰ বিকাশৰ স্তৰবোৰলৈ আৰু কাম কৰিবলৈ সাজু হোৱাৰ আত্মসন্তুষ্টি লভাৰ আগেয়ে মৌলিক ভাবৰ ৰং যোৱাবোৰৰ প্ৰতি সংবেদনশীল হোৱা উচিত।

এটা চূড়ান্ত টোকা অথবা সপ্তম ৰেখাই ব্যক্ত কৰে যে এজনে ড্ৰেগনটোক আৱিৰ্ভাৱ হ'বলৈ বাধ্য কৰাব নোৱাৰে, সেই কাৰণে এয়া প্ৰাজ্ঞ পৰিপূৰ্ণলৈকে শক্তি ব্যৱহাৰ কৰিবলৈ যেতিয়া ইয়াক পোৱা যায়। নিকট সাদৃশ্যটোৱে আভাস দিয়ে এদল ড্ৰেগন এটালৈ একত্ৰিত হ'ল অকলশৰীয়া মূৰৰ অৱশিষ্ট নৰখাকে।

*সামগ্ৰিক বিধান : সৃজনশীল কাৰ্যবোৰে চমৎকাৰ সাফল্য আনে, অধিক মাত্ৰাৰ অধ্যৱসায়ৰ জৰিয়তে।*

*নিকট সাদৃশ্য : স্বৰ্গৰ গতি হৈছে শক্তিৰে পৰিপূৰ্ণ। এনেকৈ শ্ৰেষ্ঠজনে নিজকে শক্তিশালী আৰু অক্লান্তভাৱে গঢ় দিয়ে।*

## ২. গ্ৰহণক্ষম

ওপৰত পৃথিৱী

তলত পৃথিৱী

এই ষড়ৰেখীয় চিত্ৰটোৰ সকলো ৰেখা হৈছে য়িন আৰু ষড়ৰেখীয় চিত্ৰটোৱে স্থিৰ উন্নতি আৰু সুবিধাৰ নিৰ্দেশ কৰে।

প্ৰথম ৰেখাত এজন ব্যক্তিয়ে যি তুষাৰবৃত ভূ-পৃষ্ঠৰ ওপৰত খোজ কাঢ়িছে, কম সময়ৰ ভিতৰতে অভিজ্ঞতা হয় যে ভূ-পৃষ্ঠখন কঠিন বৰফ হ'বলৈ ধৰিলে। এইটোৱে নিষ্ক্ৰিয় কিন্তু য়িনৰ শক্তিশালী গুণ প্ৰদৰ্শন কৰে।

দ্বিতীয় ৰেখাই ব্যক্ত কৰে যে য়িনে প্ৰাকৃতিক ভাৱে সততা, প্ৰবৃত্তিগতভাৱে লব্ধ বোধশক্তি, আভ্যন্তৰীণ গভীৰতা আৰু নমনীয়তা আৰোপ কৰে আৰু শিকাৰ বা অনুশীলন কৰাৰ প্ৰয়োজন নহ'ব। এই গুণ বিলাকৰ অধিকাৰী হোৱাটোৱেই হৈছে সৌভাগ্য।

তৃতীয় ৰেখাত এই গুণবিলাকৰ অধিকৃতে দেখুৱায় যি তেওঁৰ/তাইৰ শক্তিবোৰ তেওঁলোকৰ প্ৰয়োজন নোহোৱালৈকে কূটনৈতিকভাৱে লুকুৱায় ঠিক কিছুমান ধনী জনসাধাৰণে তেওঁলোকৰ ধন-সম্পত্তিৰ গভীৰতাবোৰ লুকুৱাব খোজাৰ দৰে। এটা দয়ালু কৰ্তৃপক্ষৰ আৰ্হিৰ অধীনত কাম কৰোঁতে এজনে তেওঁৰ/তাইৰ দক্ষতাবোৰ নেতাজনৰ সুনাম বৃদ্ধিৰ বাবে ব্যৱহাৰ কৰিবলৈ ইচ্ছা কৰিব পাৰে।

চতুৰ্থ ৰেখাই এটা বন্ধ ধনৰ মোনা বা জোলোঙা দেখুৱায়। য়িন গুণটোৰ নিয়ন্ত্ৰণৰ আৱশ্যক হ'ব পাৰে। এইটোৱে নতুন সম্ভাৱনাবোৰৰ ওৰ পেলোৱা সত্ত্বেও ই দুৰ্ভাগ্যক বাধা দিয়ে।

পঞ্চম ৰেখাই এযোৰ হালধীয়া সাজ-পোছাক দেখুৱায় যি এজন নম্ৰ আৰু সম্মানীয় ব্যক্তিক সূচায়। এয়া হৈছে সৌভাগ্য।

ষষ্ঠ ৰেখাই যুঁজাৰু ড্ৰেগনবোৰক পৃথিৱীলৈ হালধীয়া আৰু আকাশলৈ নীলবৰ্ণ তেজ প্ৰেৰণ কৰা দেখুৱায়। এয়া হৈছে বিষয়বোৰৰ শুদ্ধ সমাপ্তি।

*সামগ্ৰিক বিধান ঃ গ্ৰহণ ক্ষমতাই প্ৰায় চমৎকাৰ সাফল্য কঢ়িয়াই আনে, এজনী মাইকী ঘোঁৰাই অধিক মাত্ৰাৰ অধ্যৱসায়ৰ জৰিয়তে। যদি শ্ৰেষ্ঠজনে অনিশ্চিত কোনো কাম হাতত লয় আৰু আগবঢ়াই নিবলৈ চেষ্টা কৰে; তেওঁ বাট হেৰুৱায়; কিন্তু যদি তেওঁ অনুসৰণ কৰে; তেওঁ দিগ্‌দৰ্শন বিচাৰি পায়। পশ্চিম আৰু দক্ষিণত বন্ধুবোৰক বিচাৰি পাবলৈ, পুব আৰু উত্তৰৰ বন্ধুবোৰৰ ওচৰলৈ যাবলৈ এয়া অনুকূল। স্থিৰ অধ্যৱসায়ে সৌভাগ্য কঢ়িয়াই আনে।*

*নিকট সাদৃশ্যঃ পৃথিৱীৰ অৱস্থা হৈছে গ্ৰহণক্ষম অনুৰাগ। এনেকৈ শ্ৰেষ্ঠজনে যাৰ আছে বংশগত আহল-বহল লক্ষণ বহিঃ বিশ্ব বহন কৰে।*





## ৩. আৰম্ভণিত কঠিনতা

ওপৰত পানী

তলত বজ্ৰ

যিটোৱে এটা নতুন আৰম্ভণিত ডাঙৰ কঠিন কাম জড়িত থকাটো প্ৰদৰ্শন কৰে। এটা গাঁথনি যথাস্থানত আৰু গতিশীল পদ্ধতিত থোৱা উচিত।

প্ৰথম ৰেখা য়াঙ, উন্নতি কৰিবলৈ অসমৰ্থ এজন ব্যক্তিক দেখুৱায়। স্থিৰ হৈ থাকক আৰু আপোনাৰ চৌকাষে থকাবোৰৰ পৰা পাঠবোৰ শিকক, আনকি যদিও আপুনি সিহঁতক গুণী শিক্ষক হ'ব বুলি নেভাবে।

দ্বিতীয় ৰেখা য়িন, এগৰাকী গাভৰুৱে এজন আক্ৰমণকাৰীৰ পৰা ৰক্ষা পাবৰ কাৰণে এখন ঘোঁৰা বাগীৰ ওপৰত ভাৰসাম্য ৰক্ষা কৰা দেখুৱায়, কিন্তু আক্ৰমণকাৰীয়ে প্ৰকৃততে বিয়াত তাইৰ সম্মতি দিয়াটো বিচাৰে। মতবিৰোধটো সমাধান কৰাত ই এটা দীঘলীয়া সময় ল'ব পাৰে, কিন্তু এবাৰ সমাধান কৰিলে সিহঁতে অংগীকাৰবদ্ধ হয়।

তৃতীয় ৰেখা য়িন, এজন চিকাৰীয়ে এজন পথ প্ৰদৰ্শক নোহোৱাকৈ এটা হৰিণাৰ পিছ লয় আৰু অৰণ্যত হেৰাই যায়। এজন বুধিয়ক মানুহে বেছি বেদনা এৰাই চলিব বিচাৰে, খেদা কাৰ্য ত্যাগ কৰে।

চতুৰ্থ ৰেখা য়িন, গাভৰু গৰাকীয়ে তাই ভাবি লোৱা আক্ৰমণকাৰীক এটা মুকলি মন লৈ আদৰণি জনাবলৈ ঘোঁৰা বাগীত আগবাঢ়ি যোৱা দেখুৱায়। তেওঁলোকৰ মেলত ডাঙৰ সৌভাগ্য হয়।

পঞ্চম ৰেখা য়াঙ, এজন উদাৰ ৰাজকুমাৰে তেওঁৰ ধন-সম্পত্তি তেওঁৰ দেশৰ নাগৰিকসকলৰ সৈতে মুকলিকৈ ভগাই লোৱা দেখুৱায়। এজন ব্যক্তি যি ভাৰসাম্য ৰক্ষা কৰে আৰু তেওঁৰ/তাইৰ কামত সাৱধান হোৱাটোৱে নমনীয় হ'বলৈ এতিয়াও বল যোগাব পাৰে।

ষষ্ঠ ৰেখা য়িন, দেখুৱায় যে এই অভিজাত ব্যক্তিজন যি অধ্যৱসায়ী আৰু বদ্ধপৰিকৰ; ঘোঁৰাৰ দ্বাৰা পিছ হোঁহকিবলৈ তেজৰ চকুলো বোৱাই বল প্ৰয়োগ কৰে। তেওঁ/তাই দক্ষতাৰে কাম কৰা সত্ত্বেও পৰিস্থিতিটো জটিল আৰু এটা সমাধানত উপস্থিত হ'বলৈ অতিৰিক্ত শুদ্ধ কাৰ্যৰ প্ৰয়োজন হয়।

*সামগ্ৰিক বিধান ঃ আৰম্ভণিত কঠিনতাই শ্ৰেষ্ঠ সফলতাৰে কাম কৰে; অতিমাত্ৰা অধ্যৱসায়ৰ জৰিয়তে। কোনো কাম হাতত লোৱা উচিত নহ'ব। ই এজনক অধিক দূৰত্বলৈ নিয়ে সহায়কাৰী সকলক নিযুক্ত কৰিবলৈ।*

*নিকট সাদৃশ্য ঃ ডাৱৰবোৰ আৰু বজ্ৰ ঃ আৰম্ভণিত কঠিনতাৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে বেমেজালি নোহোৱাকৈ শৃংখলা আনে।*

## ৪. মূৰ্খামি

ওপৰত পৰ্বত

তলত পানী

যিটোৱে নিখুঁত ভুলবোৰ প্ৰদৰ্শন কৰে। ভুল কৰিলে বিপদ আছে, কিন্তু এজনে আনৰ প্ৰতি সহিষ্ণু হোৱা উচিত যিজনে ভুল কৰে। কিছুমানৰপৰা সহায় আহিব পাৰে যি সকলো উত্তৰ নেজানে, ঠিক পৰ্বতৰ ভূমিৰ পৰা এখন নদী বৈ অহাৰ দৰে।

প্ৰথম ৰেখা য়িন, শিক্ষকজনে এটা ভুল শাস্তিৰ জৰিয়তে নিখুঁত কৰা দেখুৱায়। কিন্তু যদি শিক্ষকজন একমাত্ৰ সহিষ্ণু আৰু দৃঢ় হয়, ক্ৰোধান্বিত নহয় শাস্তি সহায়ক হ'ব পাৰে।

দ্বিতীয় ৰেখা য়াঙ, শিশুটো পৰিয়ালটোৰ প্ৰধান লোক হ'বলৈ বৃদ্ধি হোৱা দেখুৱায়। একেটা পথত উপযুক্ত আদেশ আৰু নেতৃত্বৰ সৈতে এজনে এটা উচ্চতৰ মানলৈ উৰ্ধ্বগামী হ'ব পাৰে। জ্ঞানে ভিত্তি বা লিংগ, জাতি, ধৰ্ম বা ধন-সম্পত্তিৰ ওপৰত পক্ষপাতিত্ব নকৰে।

তৃতীয় ৰেখা য়িন, এগৰাকী নাৰীক দেখুৱায় যি এজন পুৰুষলৈ তেওঁৰ ধনৰ কাৰণে আকৰ্ষিত হয়। এনেকুৱা সম্পৰ্ক বা অজ্ঞতাৰ ভিত্তিত কৰা যিকোনো সম্পৰ্কৰ পৰা লাভ নহ'ব।

চতুৰ্থ ৰেখা য়িন, এজনক দেখুৱায় যি জীৱনৰ পাঠবোৰ শিকিবলৈ সক্ষম নহয়। এইটো এটা দুৰ্ভাগ্যজনক পৰিস্থিতি, তেওঁ/তাই একেই ভুলবোৰ পুনৰাবৃত্তি কৰিব।

পঞ্চম ৰেখা য়িন, এজন ডেকা মানুহক দেখুৱায় যি জীৱনৰ পৰীক্ষাবোৰ এই পৰ্যন্ত জনা নাই। এইটো এটা ভাগ্যবান অৱস্থান আৰু এজনে তেওঁক/তাইক জীৱনৰ কষ্ট চিনি পাবলৈ আৱতৰীয়াকৈ বল প্ৰয়োগ কৰা উচিত নহয়।

ষষ্ঠ ৰেখা য়াঙ, এজন ডেকা মানুহক দেখুৱায় যি কঠিনৰ মাজত পৰিল যিহেতু তেওঁৰ বা তাইৰ জীৱনৰ পৰিস্থিতিবোৰ মোকাবিলা কৰিবলৈ জ্ঞানৰ অভাৱ আছে। ক'বলৈ গ'লে এনেকুৱা এজন ব্যক্তিক ভেঙুচালি কৰাতকৈ তেওঁক/তাইক সহায় কৰাটো হৈছে জ্ঞান।

*সামগ্ৰিক বিধান : যুৱাৱস্থাৰ মূৰ্খামিত আছে সফলতা। এয়া মই নহয় যি তৰুণক মূৰ্খ হোৱাটো বিচাৰে; মূৰ্খ ডেকাই মোক বিচাৰে। প্ৰথম মণ্ডলত মই তেওঁক জনাইছোঁ। যদি তেওঁ দুবাৰ বা তিনিবাৰ সোধে, এয়া হৈছে বাৰম্বাৰ খোজা। যদি তেওঁ বাৰে বাৰে খোজে, মই তেওঁক তথ্য নিদিওঁ। অধিক মাত্ৰাত অধ্যৱসায় কৰক।*

*নিকট সাদৃশ্য : এটা বসন্তকালৰ কুঁৱাবোৰ পৰ্বতৰ নামনিৰ ওপৰলৈ থাকে : তৰুণৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে তেওঁৰ বংশগত লক্ষণক উৎসাহিত কৰে তেওঁ লোৱা সেই সকলোবোৰ সাৱধানতাৰ দ্বাৰা।*





## ৫. প্ৰতীক্ষা

ওপৰত পানী

তলত স্বৰ্গ

যিটো হৈছে আসন্ন প্ৰায় প্ৰস্তুতি দখলৰ। ঠিক আকাশত ডাৱৰবোৰে আকৃতি লৈ বৰষুণ দিবলৈ প্ৰস্তুতি চলোৱাৰ দৰে, সৌভাগ্য আহিব প্ৰস্তুতিৰ শুদ্ধ পদ্ধতিৰ পৰা।

প্ৰথম ৰেখা য়াঙ, এজনক দেখুৱায় যি কেৱল নগৰৰ বাহিৰত প্ৰতীক্ষা কৰি আছে। এই ব্যক্তিজন বিচ্ছিন্ন হৈছে আৰু এনেকৈ নতুন পৰিস্থিতি কাষ চাপি আহে। ইয়ে সৌভাগ্য কঢ়িয়াই আনিব। চহৰৰ উপকণ্ঠত অপেক্ষা কৰাটোৱে অৰ্থ প্ৰকাশ কৰে কঠিন আৰু সমস্যাৰে পূৰ্ণ কাৰ্যবোৰৰ মাজত উপস্থিত নোহোৱাটো। এয়া স্থায়ীত্বৰ বাবে চেষ্টা কৰিবলৈ উপযুক্ত সময়, এনেকৈ যে আপুনি নিৰ্দোষী; এইটোৱে ধাৰণ কৰে যে আপুনি এতেপৰে অস্বাভাৱিক হ'বলৈ ধৰা নাছিল।

দ্বিতীয় ৰেখা য়াঙ, এজনক দেখুৱায় যি চহৰৰ ওচৰত থকা পৰ্বতীয়া জুৰিৰ বালিত প্ৰতীক্ষা কৰি আছে। এনেকুৱা এজন ব্যক্তিয়ে ইতিমধ্যে পক্ষবোৰ গ্ৰহণ কৰিলে আৰু কিছুমান সমালোচনা হ'ব, তেওঁ/তাই সফল হ'বলৈ এতিয়াও পৰ্যাপ্ত পৰিমাণৰ বস্তুনিষ্ঠতা আছে।

তৃতীয় ৰেখা য়াঙ, এজনক দেখুৱায় যি সুঁতিটোৰ বোকাত থিয় দি আছে। এনেকুৱা ব্যক্তিয়ে সংগবদ্ধ জনসাধাৰণৰ কাৰণে সমালোচনা আহ্বান কৰে যিভাৱে বন্ধুবোৰে আৰু শত্ৰুবোৰে কৰে। বোকাত অপেক্ষা কৰাটোৱে অৰ্থ প্ৰকাশ কৰে বাহিৰত অসুবিধা আছে। এবাৰ আপুনি নিজলৈ শত্ৰুবোৰক মাতিলে, আঘাত নেপাবলৈ চিন্তাশীল আৰু যত্নবান হওঁক।

চতুৰ্থ ৰেখা য়িন, এজনক দেখুৱায় যি তেজৰ স্থানত প্ৰতীক্ষা কৰে। এই ব্যক্তিজনে অনুভৱ কৰে এয়া গুৰুত্বপূৰ্ণ সকলো সময়ৰ কাৰ্যৰ মধ্যম বিন্দু হ'বলৈ, তেওঁক/তাইক পৰিস্থিতিটো বুজি পাবলৈ দৃশ্যপটে সহায় কৰে আৰু পৃথক হোৱাৰ পৰা এৰাই চলে।

পঞ্চম ৰেখা য়াঙ, এজনক দেখুৱায় যি এটা ধৰ্মীয় উৎসৱত (দেৱতাক নৈবেদ্য যচা অনুষ্ঠান) প্ৰাচুৰ্যপূৰ্ণ পটভূমি আৰু উৎসৱমুখৰ অৱস্থাত প্ৰতীক্ষা কৰে। স্বকীয় শৃংখলা আৰু ভাৰসাম্য ৰক্ষা কৰাৰ জৰিয়তে এই ব্যক্তিজন সৌভাগ্যশালী হ'ব।

ষষ্ঠ ৰেখা য়িন, কোনোবা এজনে অকলে এটা গুহাত অপেক্ষা কৰা দেখুৱায়। অপ্ৰত্যাশিতভাৱে তিনিজন মানুহে সহায় কৰিবলৈ আহে। যদি অতিথিসকলক সন্তোষজনকভাৱে গ্ৰহণ কৰা হয় সৌভাগ্য হ'ব।

*সামগ্ৰিক বিধান : প্ৰতীক্ষা। যদি আপুনি সৎ, আপোনাৰ উজ্জ্বলতা আৰু সফলতা আছে। অধ্যৱসায়ে সৌভাগ্য কঢ়িয়াই আনে। ই এজনক ডাঙৰ নদী অতিক্ৰম কৰিবলৈ অধিক দূৰত্বলৈ নিয়ে। নিকট সাদৃশ্য : ডাৱৰবোৰ স্বৰ্গৰ ওপৰলৈ উঠে : প্ৰতীক্ষাৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে খায় আৰু পিয়ে, আমোদ-প্ৰমোদ আৰু পান আৰু ভোজন।*

## ৬. প্ৰমাণ সাব্যস্ত কৰণ

ওপৰত স্বৰ্গ

তলত পানী

নিজক শুদ্ধ প্ৰমাণ কৰিবলৈ সংগ্ৰাম কৰা। যদিও এজনে সৎভাৱে বিশ্বাস কৰে তেওঁৰ বা তাইৰ অৱস্থান শুদ্ধ, এইটো প্ৰমাণ কৰিবলৈ টান হ'ব। ওৰ পেলাবলৈ কৰা যুদ্ধই কেৱল বিষণ্ণতা কঢ়িয়াই আনিব আৰু গুৰুত্বপূৰ্ণ সম্বন্ধবোৰ নষ্ট কৰিব। সেই সকলৰ সৈতে লগ লাগক যিসকলৰ সৈতে মতৰ অমিল আছে, কিন্তু জানি লওঁক যে ই কেৱল আপোনাৰ শুদ্ধ প্ৰমাণৰ পিনে প্ৰথম খোজ।

প্ৰথম ৰেখা য়িন, এজনক দেখুৱায় যি তৰ্ক কেতিয়া বন্ধ কৰিব লাগে জানে। কোনোবাই এনেকুৱা এজন ব্যক্তিক সমালোচনা কৰিব পাৰে, কিন্তু অৱশেষত এই আচৰণে সৌভাগ্য আৰু সন্মান কঢ়িয়াই আনিব।

দ্বিতীয় ৰেখা য়াঙ, যদি আপুনি আপোনাৰ মোকদৰ্মাত জয়ী নহয়, ঘৰলৈ যাওঁক আৰু লুকাই থাকক। আপোনাৰ গৃহ চহৰত তিনি শ পৰিয়ালৰ সৈতে অসুবিধা নহ'ব। সাদৃশ্যটো হৈছে ঘৰলৈ যাওঁক আৰু আত্মগোপন কৰক অপকাৰৰ পথ বাহিৰ কৰি দিবলৈ। যেতিয়া গোচৰটোৰ ওপৰত থকা সেইবোৰৰ বিৰুদ্ধে তলত থকাবোৰৰ দ্বাৰা অনা হয় সমস্যাবোৰ ওলাই আহে সেয়া গ্ৰহণ কৰা উচিত।

তৃতীয় ৰেখা য়িন, এজন ব্যক্তিক দেখুৱায় যাৰ বিভাগীয় নথিত বহুতো কৃতিত্ব আছে। শেহতীয়া বৈপৰীত্য দুৰ্ভগীয়া বোধ হয়, কিন্তু ইয়াৰপৰা কোনো অপকাৰ নহ'ব। এজনে ফলাফলবোৰ সংলগ্ন নকৰাকৈ কাৰ্য কৰা উচিত।

চতুৰ্থ ৰেখা য়াঙ, যদি আপুনি মোকৰ্দমাত জয়ী নহয়, পিছলৈ যাওঁক আৰু আপোনাৰ ভাগ্যক গ্ৰহণ কৰক, শান্তিলৈ পৰিবৰ্তন কৰক। ই সংকল্পবদ্ধ হ'বলৈ দক্ষতাৰে শুভাশুভ কয়। সাদৃশ্যটো হৈছে আপোনাৰ ভাগ্য ধৰিবলৈ পিছলৈ যোৱাটো, শান্তিপ্ৰিয় হ'বলৈ পৰিবৰ্তন হোৱাটো, ই দৃঢ় হ'বলৈ দক্ষতাৰে শুভাশুভ কয়; এইটোৱে পিছল নোখোৱাটো অৰ্থ প্ৰকাশ কৰে।





পঞ্চম ৰেখা য়াঙ, যুক্তিসহ উত্থাপন কৰা মত অতি ভাগ্যৱান হ'ব পাৰে। সাদৃশ্যটো হৈছে অতি ভাগ্যবান হয় যেতিয়া ই ভাৰসাম্যযুক্ত আৰু শুদ্ধ।

ষষ্ঠ ৰেখা য়াঙ, দেখুৱায় যে আপুনি এটা বিতৰ্কত জয়ী হ'বলৈ সমৰ্থ হ'ব আৰু সন্মানৰ পেটীডাল (The Belt of Honor) ৰ সৈতে উপহাৰ পাব। সন্মানটো তিনিবাৰ পাবলৈ সক্ষম হ'ব আৰু তিনিবাৰ দূৰলৈ দলিয়াই দিয়ে সাফল্যটোৰ পৰা জনসাধাৰণৰ সন্মান যদি যুক্তিযুক্তভাৱে অৰ্জন নহয়।

*সামগ্ৰিক বিধান : সংঘাত। আপুনি সৎ আৰু প্ৰতিবন্ধকৰ সন্মুখীন হৈছে। মাজ বাটতে এবাৰ সতৰ্কতাৰে বৈ দিয়াটোৱে সৌভাগ্য কঢ়িয়াই আনে। শেষলৈকে যোৱাৰ দ্বাৰা দুৰ্ভাগ্য আহে। ই এজনক ডাঙৰ মানুহক চাবলৈ অধিক দূৰত্বলৈ নিয়ে। ই এজনক ডাঙৰ নদী অতিক্ৰম কৰিবলৈ অধিক দূৰত্বলৈ নিনিয়ে।*

*নিকট সাদৃশ্যঃ স্বৰ্গ আৰু পানী সিহঁতৰ বিপৰীত পথবোৰেদি যায় : সংঘাতৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে তেওঁৰ সকলো লেনদেনত যত্নসহকাৰে আৰম্ভণিটো চিন্তা কৰে।*

## ৭. নেতৃত্ব (সৈন্য বাহিনী)

ওপৰত পৃথিৱী

তলত পানী

এজন সফল নেতা হ'বলৈ, এজনে দলটোৰ সদস্য সকলক পৈণত আৰু দায়বদ্ধ হ'বলৈ প্ৰশিক্ষণ দিয়া উচিত। একে সদৃশ, এটা সৈন্য বাহিনীৰ সেনাধ্যক্ষই সৈন্যসকলক কৰ্তব্য কৰোৱাবলৈ সমৰ্থ হ'ব লাগিব আৰু সিদ্ধান্তবিলাক তৈয়াৰ কৰিবলৈ আৰু আদেশবিলাক বহন কৰিবলৈ তেওঁলোকৰ ওপৰত আস্থা ৰাখিব লাগিব।

প্ৰথম ৰেখা য়িন, দেখুৱায় যে দলত সমন্বয় থকাটো অপৰিহাৰ্য। যদি এজন সৈনিক বিশৃংখল হয়, ই নিয়াৰিকৈ যুদ্ধ কৰিব নোৱাৰিব, আনকি এটা মহৎ উদ্দেশ্য সাধনৰ কাৰণেও।

দ্বিতীয় ৰেখা য়াঙ, দেখুৱায় নেতাজনে ভাগে ভাগে নিৰ্দেশবোৰ দি সেনাদলৰ সৈতে কাৰ্যত জড়িত হয়। তেওঁৰ বা তাইৰ অংশ গ্ৰহণে গোটৰ অন্য সদস্যসকলক উৎসাহিত কৰে। সাদৃশ্যটো হৈছে সৈন্যৰ মাজত ভাগ্যবান হোৱাটোৱে অৰ্থ প্ৰকাশ কৰে প্ৰকৃতিৰ অনুগ্ৰহ গ্ৰহণ কৰিবলৈ। নেতাজনে নিৰ্দেশনাবোৰ তিনিবাৰ দিয়াটোৱে সকলো জাতিৰ কাৰণে সম্বন্ধ স্থাপন কৰাৰ প্ৰতীক স্বৰূপ হয়।

তৃতীয় ৰেখা য়িন, যুদ্ধত এজন হেৰুৱা সৈন্যৰ দুৰ্ভাগ্যৰ সৈতে এটা হেৰুৱা দলৰ সদস্য বা নেতাৰ দুৰ্ভাগ্যৰ তুলনা কৰে যি বুৰ্বকভাৱে কাম কৰিবলৈ পছন্দ কৰে।

চতুৰ্থ ৰেখা য়িন, দেখুৱায় সৈনিকজনে দুৰণিত এটা শিবিৰত জিৰণি লৈ আছে। জ্ঞানী নেতাই জনসাধাৰণক ভাল আচৰণ কৰে আৰু কৰ্ম আৰু জিৰণিৰ ভাৰসাম্যতা ৰক্ষা কৰিবলৈ দলৰ সদস্যসকলক উৎসাহিত কৰে। ইয়াত কোনো ত্ৰুটি নাই।

পঞ্চম ৰেখা য়িন, দেখুৱায় কুটিখোৱা প্ৰাণী বিলাকে শস্যবোৰ ধ্বংস কৰিছে। অপৰিপক্ক নেতাবোৰে সৈন্যবোৰ হেৰুৱাব আনকি এনেকুৱা এটা সহজ নিৰ্দিষ্ট কামতো। কেতিয়াও এজন অনুপযুক্ত ব্যক্তিক যিকোনো কামতে নিযুক্ত নকৰিব। পৰিপক্ক জাতিয়ে অভিযানত নেতৃত্ব দিব পাৰে; অপৈণতে দুৰ্ঘটনাবোৰ বৰ্তাই ৰাখে আনকি যদিও সিহঁত সৎ আৰু দৃঢ় হয়। সাদৃশ্যটো হৈছে পৰিপক্ক জাতিয়ে এটা সেনাদলক ভাৰসাম্যযুক্ত কাৰ্যৰ সৈতে নেতৃত্ব দিয়ে; অপৈণত জাতিয়ে দুৰ্ঘটনাবোৰ বৰ্তাই ৰাখে যিহেতু সিহঁতে সিহঁতৰ ন্যস্ত কামলৈ (যুদ্ধকালীন) আগবাঢ়ি নেযায়।

ষষ্ঠ ৰেখা য়িন, এজন ডাঙৰ শাসকে তেওঁৰ বা তাইৰ দেশৰ মুৰব্বীসকলক নিৰ্বাচন কৰা দেখুৱায়। যদি তেওঁ বা তাই লোভী, অনুপযুক্ত সহকাৰী সকলক নিযুক্ত কৰে জনসাধাৰণে শ্ৰদ্ধা কৰাত শিথিল হ'ব আৰু দেশখন বিশৃংখলাৰ মাজত পতন হ'ব।

*সামগ্ৰিক বিধান : সৈন্যবাহিনী। সৈন্যবাহিনীৰ অধ্যৱসায়ৰ আৱশ্যক হয় আৰু এজন শক্তিশালী মানুহ (নেতা)। সৌভাগ্য আহে জগৰ নলগাকৈ।*

*নিকট সাদৃশ্য : পৃথিৱীৰ মাজত আছে পানী : সৈন্য বাহিনীৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে তেওঁৰ জনসাধাৰণ বৃদ্ধি কৰে জনসাধাৰণৰ ফালে উদাৰতা দেখুৱাই।*





## ৮. গোট গঠন

ওপৰত পানী

তলত পৃথিৱী

যিটোৱে এটা পৰিয়াল, দেশ বা সমাজৰ মাজত একমত হোৱাৰ বিস্তৃত আলোচনা কৰে। যদি সকলো সংকেতে দেখুৱায় যে নেতাজন উৎকৃষ্ট আৰু গুণী পুৰুষ জনসাধাৰণে সেই নেতাজনক শ্ৰদ্ধা কৰিব। সেইসকল ভাগ্যহীন যিসকল সন্দেহজনক হৈ থাকে কাৰণ তেওঁলোকে তেওঁলোকৰ পথ হেৰুৱাব।

প্ৰথম ৰেখা য়িন, এজনক দেখুৱায় যাৰ হৃদয় হৈছে সততাৰে ভৰা এটা পাত্ৰ। এনেকুৱা এজন ব্যক্তিৰ সৈতে মিল হ'লে সৌভাগ্য কঢ়িয়াই আনে, এনেকৈ এয়া হৈছে জ্ঞান এজনৰ নুমাই যোৱা পথৰ সমন্বয়ৰ প্ৰেৰণা দিবলৈ।

দ্বিতীয় ৰেখা য়িন, বাহ্যিক শক্তিবোৰৰ সৈতে ভিতৰত আৰম্ভ হোৱা ঔচিত্যই প্ৰকৃত সমন্বয়। এনেকুৱা এজন ভাগ্যবান ব্যক্তিয়ে সততাৰ আচৰণ, অকৃত্ৰিম আৰু পোনপটীয়া অগ্ৰগতি অব্যাহত ৰাখে।

তৃতীয় ৰেখা য়িন, দেখুৱায় যে কোনোবা এজনৰ সৈতে এটা সিদ্ধান্তক আঘাত কৰিবলৈ ই ব্যৱহাৰহীন যাৰ বেয়া লক্ষণবোৰ আছে। সহানুভূতি দেখুৱাওক, কিন্তু এনেকুৱা এজন ব্যক্তিক বিশ্বাসত নল'ব।

চতুৰ্থ ৰেখা য়িন, ব্যক্ত কৰে যে সেইসকলৰ সৈতে একেলগ হ'বলৈ বিচৰাটো হৈছে জ্ঞান যিসকল আনুষ্ঠানিক জ্ঞান বা সচেতনতাত অগ্ৰগামী।

পঞ্চম ৰেখা য়াঙ, দেখুৱায় এজন ৰজাই তিনিটা দিশত খেদি খেল খেলিছে, কিন্তু যিহেতু নগৰীয়া জনসাধাৰণে বুজি পায় তেওঁ চিকাৰ কৰিছে, তেওঁলোক আশংকাত নুভুগে। আপুনি যেতিয়া কাম কৰে জনসাধাৰণ সতৰ্ক নহয় সেইকাৰণে অভিপ্ৰায়বোৰ স্পষ্টকৈ গঢ় দিয়ক।

ষষ্ঠ ৰেখা য়িন, ব্যক্ত কৰে যে সমন্বয়েই একমাত্ৰ যথেষ্ট নহয়। গতিশীল হোৱা উচিত অন্যথা শূন্যই পূৰণ কৰে।

*সামগ্ৰিক বিধান : একেলগে খামোচ মাৰি ধৰাটোৱে সৌভাগ্য কঢ়িয়াই আনে। আকৌ এবাৰ মণ্ডলক প্ৰশ্ন কৰক যদিও আপুনি ৰাজকীয়তা, নিত্যতা আৰু অধ্যৱসায়ৰ অধিকাৰী হৈছে তেতিয়া তাত দোষাৰোপ নেথাকে। সেইসকল যিসকল হৈছে অনিশ্চিত ক্ৰমাগত জোৰা লগা। যিয়েই অত্যাধিক পলমকৈ আহে দুৰ্ভাগ্যৰ সৈতে লগ লাগে।*

*নিকট সাদৃশ্য : পৃথিৱীৰ ওপৰত আছে পানী : একেলগে খামোচ মাৰি ধৰাৰ নিকট সাদৃশ্য। এনেকৈ অতীজৰ ৰজাসকলে বেলেগ ৰাজ্যবোৰ পাইকান মাটিবোৰৰ দৰে অৰ্পণ কৰে আৰু বন্ধুত্বপূৰ্ণ সংযোগবোৰেৰে কৃষি কাৰ্য কৰে সামন্তবাদী শাসকসকলৰ সৈতে।*

## ৯. ক্ষুদ্ৰৰ বশ কৰা শক্তি

ওপৰত বতাহ

তলত স্বৰ্গ

এটা উচ্চতৰ সামৰ্থ্যৰ ভিতৰত বিশ্বাস। এজন ব্যক্তিয়ে প্ৰতিবন্ধকবোৰৰ সন্মুখীন হয়, সেইবোৰ সহিষ্ণুতা আৰু নমনীয়তাৰ যোগেদি পৰাস্ত কৰে। ঘন ডাৱৰবোৰ আছে, কিন্তু পথাৰবোৰত বৰষুণ হোৱা নাই, বৰষুণৰ আৱশ্যক হোৱা সত্ত্বেও। ইয়াক তললৈ নমাবলৈ সামান্য কৰিব পাৰিব।

প্ৰথম ৰেখা য়াঙ, যদি আপুনি পথটোৰেদি ঘূৰি আহে কি সমস্যা হয়? এয়া শুভ। সাদৃশ্যটো হৈছে যেতিয়া আপুনি পথটোৰেদি ঘূৰি আহে, এয়া শুভ যে আপুনি শুদ্ধভাৱে কাৰ্য কৰিছে।

দ্বিতীয় ৰেখা য়াঙ, পিছহোঁহকি নেতৃত্ব দিয়াটো শুভ। সাদৃশ্যটো হৈছে ভাৰসাম্য কেন্দ্ৰীভূত কৰিবলৈ পিছহোঁহকি নেতৃত্ব দিয়াটোত আপুনি নেহেৰুৱায়।

তৃতীয় ৰেখা য়াঙ, দেখুৱায় পথৰ ওপৰত এখন বাহন ভাগি পৰিল। ইয়াৰ আৰোহীবোৰ এজন পতি আৰু পত্নী, পৰিস্থিতিটোৰ বাবে ইজনে আনজনক দোষাৰোপ কৰে আৰু পৰস্পৰক চাবলৈ অমান্তি হয়। এই আচৰণে দুৰ্ভাগ্য কঢ়িয়াই আনিব।

চতুৰ্থ ৰেখা য়িন, যেতিয়া সততা থাকে, ৰক্তাক্ত পৰিস্থিতিৰ অৱসান ঘটে আৰু ভয় আঁতৰি যায়, এনেকৈ অসুবিধা নেথাকে। সাদৃশ্যটো হৈছে যেতিয়া সততা থাকে, ভয় আঁতৰি যায়, কিয়নো সন্মতিয়ে উচ্চ স্তৰলৈ গতি কৰিছে।

পঞ্চম ৰেখা য়াঙ, দেখুৱায় আনজন আত্মদৰ্শী ব্যক্তি, যি কেৱল অভ্যাসবোৰত সহনশীলেই নহয়, কিন্তু আশা অনুপ্ৰাণিত কৰিবলৈ আনসকলৰ সৈতে একত্ৰিত হয়।

ষষ্ঠ ৰেখা য়াঙ, বৰষুণ পৰিল আৰু স্থিৰ অৱস্থালৈ আহিল, আৰু উচ্চপৰ্যায়ৰ সাফল্যৰ শক্তি বৰ্ধন হ'ল; পত্নী পবিত্ৰ আৰু অধ্যৱসায়ী। জোনটো প্ৰায় পূৰঠ, এয়া অশুভ এজন নেতাৰ কাৰণে এটা অভিযানলৈ যাবৰ কাৰণে। সাদৃশ্যটো হৈছে বৰষুণ দিয়াটোৱে আৰু স্থিৰ অৱস্থালৈ অহাটোৱে সম্পূৰ্ণৰূপে সাফল্যৰ প্ৰতিনিধিত্ব কৰে। এয়া অশুভ এজন নেতাৰ কাৰণে এটা অভিযানলৈ যাবলৈ যেতিয়া তাত সন্দেহজনক অনিশ্চিত কোনো বস্তু থাকে।

*সামগ্ৰিক বিধানঃ ক্ষুদ্ৰৰ বশ কৰা শক্তি সফলতা আছে ঘন ডাৱৰবোৰ, আমাৰ পশ্চিমাঞ্চলত বৰষুণ নাই। নিকট সাদৃশ্য ঃ বতাহ স্বৰ্গৰ আনটো মূৰলৈ বলে ঃ ক্ষুদ্ৰৰ বশ কৰা শক্তিৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে তেওঁৰ স্বভাৱৰ বহিৰ্মুখীতা শোধন কৰে।*





## ১০. খোজ কঢ়া

ওপৰত স্বৰ্গ

তলত হ্ৰদ

বিপজ্জনক মাটিৰ ওপৰত খোজ। এই ষড়ৰেখীয় প্ৰতীকটোৱে ইয়াৰ বিষয়বস্তু দেখুৱায়। কামোৰ নোখোৱাকৈ এটা বাঘৰ নেজত বগুৰা। যেতিয়া প্ৰয়োজন হয় যদি এজনে এনেধৰণৰ বিপজ্জনক কাম কৰিব পাৰে, সৌভাগ্য কঢ়িয়াই আনিব।

প্ৰথম ৰেখা য়াঙ, দেখুৱায় এজন ব্যক্তিয়ে তেওঁৰ বা তাইৰ নিত্য-নৈমিত্তিক পথেদি খোজ কাঢ়িছে। অব্যাহত ৰখাৰ দ্বাৰা কোনো অপকাৰ নহ'ব।

দ্বিতীয় ৰেখা য়াঙ, দেখুৱায় এজন সাধাৰণ ব্যক্তিয়ে এটা সমান পথত খোজ কাঢ়িছে। যদি এই ব্যক্তিজনে এটা সৎ আৰু দৃঢ় আচৰণ অব্যাহত ৰাখে, সংযত অব্যাহত ৰাখে আৰু নিজকে উছৰ্গা কৰে সৌভাগ্যই লগ ল'ব।

তৃতীয় ৰেখা য়িন, অৰ্হতাহীন আৰু উগ্ৰ নেতাসকলৰ আকৰ্ষণীয় ভাগ্য দেখুৱায়। এজন কেঁৰাকৈ চোৱা, প্ৰায় অন্ধ ব্যক্তি আৰু এজন লেঙেৰা ব্যক্তিয়ে এড়াল বাঘৰ নেজত বগুৰাব খোজে আৰু কামোৰ খায়। এইটো এটা দুৰ্ভাগ্যৰ স্থান, কিন্তু অৰ্হতাহীন জাতিয়ে মহৎ কাৰ্যবোৰৰ প্ৰয়াস কৰা অনুচিত।

চতুৰ্থ ৰেখা য়াঙ, দেখুৱায় এজন চিন্তাশীল ব্যক্তিয়ে বাঘৰ নেজত বগুৰা বাইছে। যিহেতু এই ব্যক্তিজনে সতৰ্কতা অব্যাহত ৰাখে, বাঘটোৱে নাকামোৰে আৰু সৌভাগ্য হয়।

পঞ্চম ৰেখা য়াঙ, দেখুৱায় যে এজন ব্যক্তিয়ে এটা ইতিবাচক আচৰণ অব্যাহত ৰখা সত্ত্বেও বিপদটো প্ৰকৃততে হৈছে আৰু নিৰূপিত সকীয়নি দিয়া হৈছে।

ষষ্ঠ ৰেখা য়াঙ, ব্যাখ্যা কৰে যে এজনে পথটো যত্নেৰে পৰীক্ষা কৰা আৰু গোটেই পৰিস্থিতিটো যিমান পাৰি পুংখানুপুংখভাৱে চোৱা উচিত। উপযুক্ত অধ্যৱসায়ৰ লগত সৌভাগ্য হ'ব।

*সামগ্ৰিক বিধান ঃ খোজ কাঢ়িছে। বাঘৰ নেজত বগুৰা বাইছে। ই মানুহজনক নাকামোৰে। সফলতা।*

*নিকট সাদৃশ্য ঃ ওপৰত স্বৰ্গ, তলত হ্ৰদ ঃ খোজ কঢ়াৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে উচ্চ আৰু নিম্নৰ মাজত সুবিবেচনা কৰে, আৰু তাৰ দ্বাৰা জনসাধাৰণৰ চিন্তাশক্তি বৃদ্ধি কৰে।*

## ১১. শান্তি

ওপৰত পৃথিবী

তলত স্বৰ্গ

যিটো শান্তিপূৰ্ণতাৰ সৈতে বণ্টন। আপেক্ষিক সমৃদ্ধি আৰু সৌভাগ্যৰ এই সময়ত এজনে সৌভাগ্যত সন্তুষ্ট হয় আৰু জীৱন নিৰ্বাহৰ নিয়মীয়া সমস্যাবোৰৰ সৈতে মোকাবিলা কৰে। এয়া আক্ৰমণ সূচনা কৰাৰ সময় নহয়, আক্ৰমণে পতন আনিব।

প্ৰথম ৰেখা য়াঙ, এমুঠি ঘাঁহ ইয়াৰ সৈতে শিপাবোৰৰ দ্বাৰা সংযুক্ত অন্য ঠাৰিবোৰ টানি অনা দেখুৱায়। সাদৃশ্যটোৱে অৰ্থ প্ৰকাশ কৰে যে এটা কাৰ্যই অপ্ৰত্যাশিত ফলাফলবোৰ সাধন কৰে আৰু পৰৱৰ্তী পৰিকল্পনাবোৰলৈ আগবঢ়াই নিয়ে।

দ্বিতীয় ৰেখা য়াঙ, এজনক দেখুৱায় যি সহনশীল, উদাৰ আৰু ভাৰসাম্যযুক্ত। এই ব্যক্তিজনে তাওৰ সৈতে সমন্বয় ৰক্ষা কৰি চলে।

তৃতীয় ৰেখা য়াঙ, হেলনীয়া অবিহনে সমান নহয়, ওভতি নহাকৈ যোৱা নহয়। দুৰ্ভোগত আৰু কঠিনতাত, দৃঢ় আৰু সৎ হৈছে নিৰ্দোষ; তেওঁলোকৰ সততাৰ বাবে তেওঁলোকক যন্ত্ৰণা নিদিব, তেওঁলোকৰ কাৰণে খাবলৈ পৰ্যাপ্ততা থাকিব। সাদৃশ্যটো হৈছে হেলনীয়া অবিহনে সমান নহয় এয়া হৈছে আকাশ আৰু পৃথিবীৰ দাঁতি।

চতুৰ্থ ৰেখা য়িন, উতনুৱাবোৰ সফল নহয় সিহঁতৰ চৌকাষে থকা সেইবোৰে যিভাৱে কৰে। আনক বিশ্বাসত লোৱাৰ বিষয়ে সিহঁত যত্নবান নহয়। সাদৃশ্যটো হৈছে উতনুৱা হোৱা আৰু সফল নোহোৱা দুয়োটাই সম্পদশালী আৰু পৰিপূৰ্ণ সন্তুষ্টিৰ অভাৱ বুজায়। আনক বিশ্বাসত লোৱাৰ বিষয়ে যত্নবান নোহোৱাটোৱে আভ্যন্তৰীণ বাঞ্ছাবোৰ সূচায়।

পঞ্চম ৰেখা য়িন, দেখুৱায় এজন ৰজাই তেওঁৰ সৰু ভনীয়েকৰ বিয়া সম্পন্ন কৰিছে। মহানুভৱতাত ডাঙৰ মংগলময় শুদ্ধ কাৰ্য হয়।

ষষ্ঠ ৰেখা য়িন, প্ৰতিশোধ পৰায়ণ মনৰ এটা দুৰ্ভাগ্য অৱস্থা দেখুৱায়। এয়া শত্ৰুবোৰক আক্ৰমণ কৰিবলৈ সময় নহয়, কিন্তু সহ্য কৰিবলৈ সময়। আক্ৰমণাত্মক কাৰ্যই দুখৰ কাৰণ হ'ব।

*সামগ্ৰিক বিধান : শান্তি। সৰুৱে বিদায় লয়। ডাঙৰে কাষ চাপি আহে। সৌভাগ্য। সফলতা।*

*নিকট সাদৃশ্য : স্বৰ্গ আৰু পৃথিৱী ঐক্যবদ্ধ : শান্তিৰ নিকট সাদৃশ্য। এনেকৈ শাসকে বিভক্ত কৰে আৰু স্বৰ্গ আৰু পৃথিৱীৰ গতিপথ সম্পূৰ্ণ কৰে; তেওঁ বেছি দূৰত থাকে আৰু স্বৰ্গ আৰু পৃথিৱীৰ অৱদানবোৰ নিয়ন্ত্ৰণ কৰে; আৰু এনেকৈ জনসাধাৰণক সহায় কৰে।*





## ১২. প্ৰতিবন্ধক

ওপৰত স্বৰ্গ

তলত পৃথিবী

যিটোৱে দুৰ্বলক ভেটিবলৈ সবল চেষ্টাৰ নিষ্ঠুৰতা দেখুৱায়। এইটো এটা ভাৰসাম্যহীন অৱস্থা আৰু প্ৰতিবন্ধককাৰীবোৰে পৰাজয়ৰ সন্মুখীন হ'ব।

প্ৰথম ৰেখা য়িন, এজনক দেখুৱায় যি এমুঠি ঘাঁহ ইয়াৰ সৈতে শিপাবোৰৰ দ্বাৰা সংযুক্ত অন্য ঠাৰিবোৰ টানি আনে। ই সৌভাগ্য কঢ়িয়াই আনিব যদি ব্যক্তিজন সৎ আৰু নিভাঁজ হয়, কিন্তু শোষণ আৰু লালসাই পতনলৈ আগবঢ়াই নিব।

দ্বিতীয় ৰেখা য়িন, এজন বশীভূত আৰু আনুগত্যশীল কৰ্মীক এটা বিনয়ী মনৰ অৱস্থাত সেৱা গ্ৰহণ কৰা দেখুৱায়। যদি নেতাজনে কৰ্মীজনক শোষণ কৰে নেতাজনৰ কাৰণে ডাঙৰ দুৰ্ভাগ্য হ'ব, ক'বলৈ গ'লে তেওঁ কৰ্মীজনৰ অৱস্থিতিটো উন্নত কৰিবলৈ কঠোৰ চেষ্টা কৰা উচিত।

তৃতীয় ৰেখা য়িন, দুৰ্বলৰ সুবিধা লোৱাটোৰ বাবে লজ্জিত অনুভৱ কৰা বিষয় দেখুৱায়। এই ব্যক্তিজনে পৰিস্থিতিটো পুনৰাই ঘূৰাই পাব পাৰিব অকৃত্ৰিম বুজাবুজি আৰু ক্ষমা প্ৰাৰ্থনাৰ মাজেৰে, অন্যথাই দুৰ্ভাগ্য হ'ব।

চতুৰ্থ ৰেখা য়াঙ, দেখুৱায় যে বিষয়বোৰ শুধৰুৱা হ'ল আৰু সমন্বয়ৰ মাজলৈ অনা হ'ল। বন্ধুবোৰে এজনৰ সুখত অংশ ল'ব যি সকলো অপৰাধ সংস্কাৰ কৰিলে বা উদ্ধাৰ হ'ল।

পঞ্চম ৰেখা য়াঙ, দেখুৱায় নেতাজন উপযুক্ত স্থানত অৱস্থিত, শোষণ কৰিবলৈ আৰু আনসকলক অপপ্ৰয়োগ কৰিবলৈ এতিয়াও টোপ থকা সত্বেও।

ষষ্ঠ ৰেখা য়াঙ, দেখুৱায় নেতাজনে বস্তুবোৰ শুদ্ধ ৰূপত আৰু সকলোৰে কাৰণে ৰাখে। সেই সময়ৰ পৰা সুখ আৰু সৌভাগ্য আহিব।

*সামগ্ৰিক বিধান : নিশ্চলতা। দুষ্ট জনসাধাৰণ বেছি দূৰত নেথাকে শ্ৰেষ্ঠজনৰ অধ্যৱসায়। ডাঙৰে বিদায় লয়; সৰুৱে আগবাঢ়ি আহে।*

*নিকট সাদৃশ্য : স্বৰ্গ আৰু পৃথিৱী ঐক্যবদ্ধ নহয় : নিশ্চলতাৰ নিকট সাদৃশ্য এনেকৈ শ্ৰেষ্ঠজনে তেওঁৰ আভ্যন্তৰীণ সম্পদৰ ওপৰত পৃষ্ঠভংগ নিদিয়ে কঠিনতাবোৰ এৰাই চলাৰ উদ্দেশ্যে। তেওঁ নিজকে অনুমতি নিদিয়ে আয়ৰ সৈতে সন্মানিত হ'বলৈ।*

## ১৩. মানুহবোৰৰ সৈতে বন্ধুত্ব

ওপৰত স্বৰ্গ

তলত জুই

তলত জুই আৰু ওপৰত আকাশৰ প্ৰাকৃতিক অৱস্থা দেখুৱায়। এখন সৰু নগৰৰ জনসাধাৰণ শান্তিপ্ৰিয় যেতিয়া তেওঁলোক মহানগৰৰ ব্যক্তিকেন্দ্ৰিক আচৰণবোৰৰ দ্বাৰা প্ৰভাৱিত নহয়। এই আচৰণত লগ লাগি থাকি নতুন প্ৰকল্পবোৰ আৰম্ভ কৰিবলৈ ই সুবিধা দিব।

প্ৰথম ৰেখা য়াঙ, প্ৰৱেশ পথলৈ অহা জনসাধাৰণৰ প্ৰতিনিধিক দেখুৱায়। এই ব্যক্তিজনে আনসকলক সমানভাৱে আদৰণি জনায় আৰু পৰিয়াল, জাতি বা লিংগৰ প্ৰভেদবোৰ নেসাজে।

দ্বিতীয় ৰেখা য়িন, এজন ব্যক্তিয়ে কেৱল তেওঁৰ/তাইৰ নিজৰ পৰিয়ালক শ্ৰদ্ধা কৰা দেখুৱায়। এই আচৰণে লাজ আৰু দুখ কঢ়িয়াই আনিব।

তৃতীয় ৰেখা য়াঙ, যোদ্ধাবোৰে জোপোহা গছত লুকাই থাকি এটা উচ্চ দৃষ্টিকোণলৈ বগাই তিনি বছৰৰ কাৰণে কাৰ্য গ্ৰহণ নকৰে। সাদৃশ্যটো হৈছে যোদ্ধাবোৰে জোপোহা গছত আত্মগোপন কৰাটোৱে এটা পৰিস্থিতিক সূচায় য'ত শক্তিশালী বিৰোধী পক্ষ আছে। তিনি বছৰৰ কাৰণে কাৰ্য হাতত নোলোৱাটোৱে শান্তভাৱে কাৰ্য কৰাটো বুজায়।

চতুৰ্থ ৰেখা য়াঙ, সৌভাগ্য দেখুৱায় যদি পক্ষপাতদুষ্ট ব্যক্তিয়ে বেলেগ জাতিক আক্ৰমণ কৰাৰ আকাংক্ষা ত্যাগ কৰিব পাৰে।

পঞ্চম ৰেখা য়াঙ, জনসাধাৰণৰ সৈতে একে হৈ, আপুনি প্ৰথমে কান্দক, অন্তিমত হাঁহি মাৰক; প্ৰধান সেনাপতিয়ে পৰাস্ত কৰে, তাৰ পাছত সভাবোৰ অনুষ্ঠিত কৰে। সাদৃশ্যটো হৈছে সমুখ ভাগত আনসকলৰ সৈতে সাদৃশ্যত ভাৰসাম্যযুক্ত সৎ আচৰণ কৰে; যেতিয়া এই 'প্ৰধান সেনাপতি' জনে সভাবোৰ অনুষ্ঠিত কৰে যাক কোৱা হয় জয়ী হৈছে।

ষষ্ঠ ৰেখা য়াঙ, নগৰখনৰ উপকণ্ঠত কাম কৰা জনসাধাৰণৰ প্ৰতিনিধিক দেখুৱায়। এটা সমান দৃঢ় খোপনিত একেলগে কাম কৰাটোৱে জনসাধাৰণক সমূহীয়াভাৱে জীৱনকালত উন্নতি ঘটায়।

*সামগ্ৰিক বিধান ঃ মুকলিত মানুহবোৰৰ সৈতে বন্ধুত্ব। সফলতা। ই এজনক অধিক দূৰত্বলৈ নিয়ে ডাঙৰ নদী অতিক্ৰম কৰিবলৈ। শ্ৰেষ্ঠজনৰ অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে।*

*নিকট সাদৃশ্য ঃ স্বৰ্গ জুইৰ সৈতে একেলগে ঃ মানুহবোৰৰ সৈতে বন্ধুত্বৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে জনগোষ্ঠীবোৰক সংগঠিত কৰে আৰু বস্তুবোৰৰ মাজত পাৰ্থক্যবোৰ প্ৰস্তুত কৰে।*





## ১৪. বৃহৎ দখল

যিটোৱে এখন সম্পদশালী দেশ, পৰিয়াল বা ব্যক্তিক দেখুৱায়। কেৱল বিপদটো হৈছে যে মাত্ৰাধিক গৌৰৱ প্ৰৱেশ কৰিব পাৰে, কিন্তু অত্যন্ত আশাপদ বিষয়টো হৈছে বিনয়ী হৈ থাকিব। সৌভাগ্য আৰু সফলতা আহিব।

প্ৰথম ৰেখা য়াঙ, অপৰাধীটোৰ সৈতে জড়িত হৈ নপৰিব আৰু আপুনি নিৰ্দোষী হ'ব। আপুনি নিৰ্দোষী হ'ব যদি আপুনি সংগ্ৰাম কৰে। সাদৃশ্যটো হৈছে বৃহৎ দখল হৈছে প্ৰথমতে ইতিবাচক; তাত ক্ষতিকাৰক জড়িত নাই।

দ্বিতীয় ৰেখা য়াঙ, এটা গধুৰ বোজা বহন কৰা মাল কঢ়িওৱা ডবাক দেখুৱায়। এই সময়ত সমুখৰ পিনে আগবাঢ়ি যোৱাটো শুভ।

তৃতীয় ৰেখা য়াঙ, এজন অৰ্হতা সম্পন্ন ব্যক্তিয়ে ডাঙৰ কামবোৰ সম্পন্ন কৰা দেখুৱায়। এজন অৰ্হতা সম্পন্নহীন ব্যক্তিয়ে অত্যধিক গৌৰৱৰ জৰিয়তে ভুলবোৰ ঘটাব।

চতুৰ্থ ৰেখা য়াঙ, দেখুৱায় যে শক্তিশালী জাতিয়ে কঠিন পৰিস্থিতিবোৰত নিজক নিয়ন্ত্ৰণ কৰিবলৈ সমৰ্থ হয়, এনেকৈ আসন্ন সৌভাগ্য কঢ়িয়াই আনে।

পঞ্চম ৰেখা য়িন, প্ৰকৃততে বিশাল জাতিৰ নম্ৰতা দেখুৱায় আৰু তেওঁলোকৰ চৌপাষে থকা সকলোকে প্ৰতিপালন কৰে। তেওঁলোক যোগ্য নেতৃবৃন্দ।

ষষ্ঠ ৰেখা য়াঙ, ভাগ্য সেয়া আহে স্বৰ্গৰ সহায়ৰ পৰা সকলোকে উপকাৰ কৰিব পাৰিব। সাদৃশ্যটো হৈছে বৃহৎ দখলৰ শ্ৰেষ্ঠ ভাগ্য আহে স্বৰ্গৰ সহায়ৰ পৰা।

*সামগ্ৰিক বিধান ঃ বৃহৎ পৰিসৰত অধিকাৰ। সৰ্বশ্ৰেষ্ঠ সফলতা।*

*নিকট সাদৃশ্য ঃ স্বৰ্গৰ ওপৰত জুই ঃ বৃহৎ পৰিসৰত অধিকাৰৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে দুষ্টক লেকাম লগায় আৰু অধিক মাত্ৰাত উদাৰ, আৰু তাৰ দ্বাৰা স্বৰ্গৰ দয়ালু ইচ্ছাৰ নিৰ্দেশ মানি চলে।*

## ১৫. নম্রতা

ওপৰত পৃথিৱী

তলত পৰ্বত

বিনম্রতাৰ গুণ, যিটোৱে প্রকৃতি, স্বর্গ আৰু সহযোগীসকলৰ আশীর্বাদ কঢ়িয়াই আনে। প্রকৃততে বিনয়ী হোৱাজনৰ সৌভাগ্য হয়।

প্রথম ৰেখা য়িন, এজন অর্হতা সম্পন্ন ব্যক্তিক দেখুৱায় যি বিনয়ী হৈ থাকে। এনেকুৱা এজন ব্যক্তিয়ে সাফল্য লাভ কৰিব।

দ্বিতীয় ৰেখা য়িন, দেখুৱায় যে এয়া ভাল নম্রতা প্রকাশ কৰিবলৈ, যিমান দীঘলীয়াকৈ সৎ হয় আৰু ব্যক্তিজন বদ্ধপৰিকৰ হৈ থাকে।

তৃতীয় ৰেখা য়াঙ, এজন কঠোৰ পৰিশ্ৰমী ব্যক্তিক দেখুৱায় যি বিনয়ী। সেই ব্যক্তিজনে সাফল্য লাভ কৰিব আৰু আনসকলে তেওঁৰ/তাইৰ আৰ্হিক অনুসৰণ কৰিব।

চতুর্থ ৰেখা য়িন, দেখুৱায় যে নম্রতা প্রতিটো পৰিস্থিতিতে যথাযোগ্য, যিহেতু ই অন্য জনসাধাৰণৰ মাজত শুভ-কামনা কঢ়িয়াই আনে।

পঞ্চম ৰেখা য়িন, দেখুৱায় যে যেতিয়া মতানৈক্য হয়, এটা সমস্যা সমাধানৰ কাৰণে এজনে নিজৰ প্রতিবেশী সকলৰ ওচৰলৈ নম্রভাৱে কাষ চাপিব পাৰে। ই প্রত্যেকলৈ শান্তি আৰু সমৃদ্ধি কঢ়িয়াই আনিব।

ষষ্ঠ ৰেখা য়িন, এজন বিনয়ী ব্যক্তিক দেখুৱায় যাক বাহিৰলৈ প্রস্থান কৰোৱা হ'ল, অন্যায় বা প্রৱঞ্চনা কৰা হ'ল। এই ব্যক্তিজনে পৰিস্থিতিটোলৈ শৃংখলা আৰু ভাৰসাম্য পুনপ্রতিষ্ঠা কৰিব পাৰে দাম্ভিক বা অধিক আক্রমণাত্মক ধাৰণা নোলোৱাকৈ। এনেকুৱা কার্যত দোষ নহয়।

*সামগ্রিক বিধান : নম্রতাই সফলতা সৃষ্টি কৰে। শ্রেষ্ঠ জনে বস্তুবোৰৰ জৰিয়তে বহন কৰে।*

*নিকট সাদৃশ্য : পৃথিৱীৰ ভিতৰত এটা পৰ্বত : নম্রতাৰ নিকট সাদৃশ্য। এনেকৈ শ্রেষ্ঠ জনে হ্রাস কৰে সেই যিটো অত্যন্ত বেছি। আৰু বৃদ্ধি হোৱাবোৰ সেই যিটো অত্যন্ত সৰু। তেওঁ বস্তুবোৰক জুখি চায় আৰু সিহঁতক সমানে গঢ় দিয়ে।*





## ১৬. ভাগ্যবান

ওপৰত বজ্র

তলত পৃথিৱী

দেশৰ সুখৰ কাৰণে জনসাধাৰণে আপোনাৰ কাৰ্যবোৰ সমৰ্থন কৰিব। গতিশীলতাত নতুন প্রকল্পবোৰ আৰম্ভ কৰিবলৈ এইটো এটা ভাল সময়।

প্রথম ৰেখা য়িন, দেখুৱায় এজন আত্মতুষ্ট ব্যক্তিয়ে তেওঁৰ/তাইৰ সুখী অৱস্থাৰ বিষয়ে ফুটনি মাৰে। এনেকুৱা এটা প্রদর্শন কাৰ্যই দুর্ভাগ্য কঢ়িয়াই আনিব। এজনৰ অনুভূতিবোৰ বৰ্তমানৰ কাৰণে নিজলৈ ৰখাটো উচ্চতৰ মান বিশিষ্ট।

দ্বিতীয় ৰেখা য়িন, শিলাখণ্ডৰ দৰে কঠিন হওঁক, গোটেই দিনটো নোলোৱাকৈ সৎ হওঁক আৰু আপুনি ভাগ্যবান হ'ব। সাদৃশ্যটো হৈছে আপুনি শুদ্ধভাৱে ভাৰসাম্য ৰক্ষা কৰিছে।

তৃতীয় ৰেখা য়িন, এজনক দেখুৱায় যি এটা অৱস্থানত আছে যিটোৰ কাৰণে তেওঁ/তাই উপযুক্ত নহয়, যি সুখ আৰু সফলতা যোগান ধৰিবলৈ স্বৰ্গলৈ চায়। তেওঁৰ/তাইৰ অৱস্থিতিটো ক্রটিপূর্ণ আৰু লগে লগে সংশোধন কৰা উচিত, নহ'লে অমংগল হ'ব।

চতুর্থ ৰেখা য়াঙ, এজনক দেখুৱায় যি সফল আৰু জনাটোত এটা আনন্দ আছে। এই ব্যক্তিজনে আনসকললৈ নিঃচৰ্ত মৰম আৰু আস্থা ৰাখে আৰু এনেকৈ বহুতো যোগ্য বন্ধুক আকর্ষণ কৰে।

পঞ্চম ৰেখা য়িন, এজন লোভী, আপত্তিজনক ব্যক্তিক দেখুৱায় যি শক্তিৰ এটা অৱস্থা অব্যাহত ৰাখে কিন্তু যিহেতু এই ব্যক্তিজনে আনসকলক নিশকতীয়া কৰে, এয়া প্রত্যেকৰ কাৰণে এটা বিষণ্ণ পৰিস্থিতি। এইটো এটা মাৰাত্মক বেমাৰ সদৃশ, বিষম ব্যক্তি যি অনিশ্চিতভাৱে পলম কৰি ৰৈ থাকে।

ষষ্ঠ ৰেখা য়িন, এজন সৎ, দৃঢ় ব্যক্তিক দেখুৱায় যি সুখৰ উচ্চতা লাভ কৰিলে। প্রতিটো বস্তুৱেই অস্থায়ী, কিন্তু এই ব্যক্তিজনৰ কাৰণে সুখ কেতিয়াও নেহেৰায়, ই আন এটা আকৃতিলৈ সামান্য পৰিৱৰ্তন হয়।

*সামগ্রিক বিধান : উদ্যম। ই এজনক অধিক দূৰত্বলৈ নিয়ে সহায়কাৰীসকলক থিতাপি লগাবলৈ আৰু সৈন্যবোৰক শাৰী পাতি কদমত খোজ চলাবলৈ।*

*নিকট সাদৃশ্য : ব্রজ আহে পৃথিৱীলৈ ডাঙৰকৈ মাত উলিয়াই : উদ্যমৰ নিকট সাদৃশ্য। এনেকৈ প্রাচীন ৰজাসকলে সংগীত গাইছিল অর্হতাক সন্মান জনোৱাৰ উদ্দেশ্যে, আৰু ইয়াক উত্তমৰ সৈতে যাচিছিল শ্রেষ্ঠ দেৱতালৈ, তেওঁলোকৰ উপৰিপুৰুষক উপস্থিত হ'বলৈ নিমন্ত্রণ কৰি।*

## ১৭. অনুসৰণ

ওপৰত হ্ৰদ

তলত বজ্ৰ

প্ৰাকৃতিক চক্ৰবোৰে দেখুৱায় যে নতুন প্ৰকল্পবোৰ আৰম্ভ কৰিবলৈ এয়া শুভ। ডাঙৰ সুবিধা আছে কঠিন হৈ, তথাপি নমনীয়, মাত্ৰ শীত, বসন্ত, গ্ৰীষ্মৰ দৰে প্ৰাকৃতিক ঋতুবোৰৰ আৰু পৃথকভাৱে অহা আৰু যোৱাৰ দৰে পতন হয়, কিন্তু প্ৰত্যেক বছৰে ই আহিঁ। দিন আৰু ৰাতিয়েও কিন্তু ভিন্ন আৱৰ্তন চক্ৰৰ এটা প্ৰাকৃতিক ব্যৱস্থা কৰে।

প্ৰথম ৰেখা য়াঙ, এজনৰ দায়িত্ববোধ বা কৰ্তব্যবোৰত এটা পৰিৱৰ্তন দেখুৱায়। সৌভাগ্য আহিব যদি এজনে উৎসৰ্গিত আৰু দৃঢ় হৈ থাকে। এইটো এটা সুযোগ নিজক আনসকলৰ প্ৰতি প্ৰমাণ কৰিবলৈ। সাদৃশ্যটো হৈছে যেতিয়া কৰ্তব্যবোৰত পৰিৱৰ্তন হয়, এয়া শুভ শুদ্ধৰ সৈতে আগলৈ যাবলৈ। যেতিয়া প্ৰৱেশ পথৰ বাহিৰত সম্পৰ্কবোৰৰ অৰ্হতা থাকে, তাৰ অৰ্থ হৈছে পিছল নোখোৱাটো।

দ্বিতীয় ৰেখা য়িন, এজন ব্যক্তিৰ বয়স আৰু অভিজ্ঞতাক দেখুৱায় যি এটা শিশুৰ দৰে ভীত হ'বলৈ ধৰে। হয়তোবা অধিক দায়বদ্ধতা ঘোষণা কৰিবলৈ আৰু পূৰ্ণতা লাভ কৰা গুণবোৰৰ অধিকাৰী হ'বলৈ এয়া সময়।

তৃতীয় ৰেখা য়িন, এজন বয়ঃপ্ৰাপ্ত লোক যি আভ্যন্তৰীণ শিশুত্ব প্ৰত্যাখ্যান কৰা বুজায়, যি তেওঁৰ/তাইৰ বিস্ময় আৰু কল্পনাবোধ একাষৰীয়াকৈ ঠেলে। এবাৰ দিনটো কঠোৰ কাম কৰা হ'ল, আমোদৰ কাৰণে কোনো সময় বিবেচনা কৰিব। ইয়ে আত্মাক পুনৰায় সজীৱ আৰু প্ৰাণৱন্ত কৰিব।

চতুৰ্থ ৰেখা য়াঙ, এজনক দেখুৱায় যি অত্যধিক ৰূপে বস্তুবাদী হ'বলৈ ধৰে, কঠিন কামৰ লাভ বোৰৰ লগত মন আচ্ছন্ন কৰে। এইটো এটা দুৰ্ভাগ্যজনক পৰিস্থিতি, যিহেতু সফলতাৰ প্ৰকৃত সুখ বিনষ্ট হ'ব। পৰিস্থিতিটো উপলব্ধি কৰি এজনে ইয়াক পৰিৱৰ্তন কৰিবলৈ সংগ্ৰাম কৰিব পাৰে।

পঞ্চম ৰেখা য়াঙ, এজন সৎ ব্যক্তিক দেখুৱায় যি অভ্যন্তৰৰ আৰু বাহ্যিক সুখত কৃতকাৰ্য হ'বলৈ কঠোৰ পৰিশ্ৰম কৰে। ইয়ে সফলতা কঢ়িয়াই আনে।

ষষ্ঠ ৰেখা য়িন, এজনক দেখুৱায় যি কৰ্তব্যত বান্ধ খাই থাকে, যেনেকৈ দেৱতাসকলৰ সৈতে এটা বুজাবুজি থাকে। সফলতা সীমিত হ'ব, যিহেতু এই ব্যক্তিজন প্ৰকৃততে মুক্ত নহয়।

*সামগ্ৰিক বিধান : অনুসৰণত আছে মহৎ সাফল্য অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে। জগৰীয়া নহয়।*

*নিকট সাদৃশ্য : হ্ৰদৰ মাজত বজ্ৰপাত : অনুসৰণৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে গধূলি ঘৰৰ ভিতৰলৈ যায় জিৰণি আৰু গা টঙাবৰ কাৰণে।*





## ১৮. ধ্বংসাৱশেষত আৰম্ভণি

ওপৰত পৰ্বত

তলত বতাহ

প্ৰত্যাহ্বান আলোচনা কৰে অথবা ভীষণ বিশৃংখলা আৰু ধ্বংস প্ৰাপ্তিলৈ অৱনমিত এটা পৰিস্থিতিক পুনপ্ৰতিষ্ঠা কৰিবলৈ কামটো প্ৰয়োজন হয়। এজনৰ প্ৰয়োজন হয় পৰিস্থিতিলৈ আগবঢ়াই নিয়া ঘটনাবোৰ ভবাৰ আৰু ঘটনাবোৰ নিশ্চিতভাৱে অনুসৰণ কৰাৰ। ষড়ৰেখীয় প্ৰতীকটো ব্যৱহাৰ হয় মৃতক পিতৃ-মাতৃ অথবা একে সদৃশ প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ আৰম্ভ কৰা পুত্ৰ বা কন্যাৰ ৰূপক ৰূপে।

প্ৰথম ৰেখা য়িন, যদি এজন পুত্ৰই পিতৃৰ বিশৃংখলাৰ সৈতে আচৰণৰ সম্বন্ধ ৰাখে, মৃত পিতৃক সেয়াই জগৰীয়া নকৰে। যদি সি অধ্যৱসায়ী, অন্তিমত সৌভাগ্য হ'ব। সাদৃশ্যটো হৈছে পিতৃৰ মৃত্যুৰ পাছত পৰিকল্পনা গ্ৰহণ কৰাটো।

দ্বিতীয় ৰেখা য়াঙ, মাতৃৰ বিশৃংখলাৰ সৈতে আচৰণ ৰখাটোৱে অধ্যৱসায়ী হ'বলৈ নিদিব। সাদৃশ্যটো হৈছে ভাৰসাম্যৰ এটা পথ বিচাৰি পোৱাটো।

তৃতীয় ৰেখা য়াঙ, পিতৃৰ বিশৃংখলাৰ সৈতে আচৰণ ৰখাটো হৈছে এটা সামান্য দুখ কিন্তু ডাঙৰ জগৰ নহয়। সাদৃশ্যটো হৈছে অন্তিমত সমস্যা নহয়।

চতুৰ্থ ৰেখা য়িন, এজন পুত্ৰই পিতৃৰ ভুলবোৰৰ ওপৰত গভীৰ মনোযোগ দিয়া দেখুৱায়। এইটো মনৰ অৱস্থাত কাম কৰিলে কেৱল লাজ আৰু দুৰ্ভাগ্যৰ কাৰণ হ'ব।

পঞ্চম ৰেখা য়িন, পিতৃৰ বিশৃংখলাৰ সৈতে আচৰণ ৰখাটো, গুণানুকীৰ্তন (উপাসনা) কৰক। সাদৃশ্যটো হৈছে পবিত্ৰতা আৰু প্ৰশংসনীয়ক পাছত গ্ৰহণ কৰাটো।

ষষ্ঠ ৰেখা য়াঙ, এজনক দেখুৱায় যি পৰিয়ালৰ ৰূপৰেখাৰ বাহিৰত এটা বোজা বহন কৰে। এই ব্যক্তিজনে সেৱাৰ একে মনৰ অৱস্থাত কাম কৰিব পাৰে আৰু একে ফলবোৰ লাভ কৰে। এয়া হৈছে আত্মোসৰ্গাৰ শুদ্ধ আচৰণ আৰু প্ৰশংসাৰ যোগ্য।

*সামগ্ৰিক বিধান : ধ্বংসৰ ওপৰত হাতত লোৱা কামৰ মহৎ সাফল্য আছে। ই এজনক অধিক দূৰত্বলৈ নিয়ে ডাঙৰ নদী অতিক্ৰম কৰিবলৈ। আৰম্ভণি বিন্দুৰ পাছত, তিনিদিন।*

*নিকট সাদৃশ্য : বতাহ পৰ্বতত তললৈ বলে : পতনৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে জনসাধাৰণক আলোড়িত কৰে আৰু তেওঁলোকৰ প্ৰাণ সবলতৰ কৰে।*

## ১৯. বিত্ত ব্যৱস্থাপনা

ওপৰত পৃথিৱী

তলত হ্ৰদ

সকলো লক্ষ্য নিৰ্ধাৰণত পূৰ্ণতা প্ৰাপ্তিৰ কাৰণে সম্ভাবনা আছে। কিন্তু বিত্ত পৰিচালকে সমস্যাবোৰৰ কাৰণে অনিবাৰ্যভাৱে অহা যিকোনো কঠোৰ প্ৰচেষ্টাত সতৰ্ক দৃষ্টি দিবলৈ মনত ৰাখে। ষড়ৰেখীয় প্ৰতীকটোৱে ৮ মাহৰ ভৱিষ্যদ্বাণী কৰে, যিটো শেষ দশাৰ প্ৰতীক স্বৰূপ হয়, পশ্চিমীয়া 'একাদশ ঘণ্টা'ৰ সম পৰ্যায়ৰ দৰে।

প্ৰথম ৰেখা য়াঙ, ইয়াৰ বিষয়বস্তুৱে পঞ্চম ৰেখাত ব্যক্তিজনৰ সৈতে খোজ কঢ়া দেখুৱায়। এই ব্যক্তিজনে পৰিস্থিতিটো পৰ্যবেক্ষণ কৰে আৰু ভাল ফলবোৰ নিশ্চিত কৰিবলৈ বিধিবোৰ বলবৎ কৰে। এই ব্যক্তিজনে ভালকৈ উপলব্ধি কৰিব যে এটা পৰিস্থিতিত খাপ খাবলৈ মাজে-সময়ে বিধিবোৰ সামান্যভাৱে বেঁকা কৰা উচিত।

দ্বিতীয় ৰেখা য়াঙ, সংবেদনশীল কাৰ্য পৰিদৰ্শন কৰি দক্ষতাৰে শুভাশুভ কয় যদি দৃঢ় আৰু সৎ হয়। সাদৃশ্যটো হৈছে সংবেদনশীল কাৰ্য পৰিদৰ্শন কৰি সেয়া দক্ষতাৰে শুভাশুভ কৈ কোনোবা এজন উপকৃত হোৱাটো ব্যৰ্থ নহ'ব।

তৃতীয় ৰেখা য়িন, দেখুৱায় যে ব্যৱস্থাপনা শিথিল হ'বলৈ ধৰে। পৰিস্থিতিটো অৱগত হ'বলৈ দুজন অংশীদাৰে ইয়াক নিয়ন্ত্ৰণৰ অধীন পোৱাবলৈ একেলগে কাম কৰে। এবাৰ আপুনি ইয়াৰ সৈতে জড়িত হওঁক তাত কোনো সমস্যা নহ'ব।

চতুৰ্থ ৰেখা য়িন, উপযুক্ত ব্যৱস্থাপনাত সফল হ'ল। এনেকুৱা পৰিচালকসকলে প্ৰতিটো ক্ষেত্ৰতে সৌভাগ্য কঢ়িয়াই আনিব।

পঞ্চম ৰেখা য়িন, ব্যৱস্থাপনা ডাঙৰ বুদ্ধিমত্তাৰে নিয়ন্ত্ৰণ কৰা দেখুৱায়। যেতিয়া বস্তুবোৰৰ পৰিকল্পনা কৰা হয় আৰু উপযুক্তভাৱে পৰিচালনা কৰা হয়, এনেকুৱা বিচক্ষণতাই ডাঙৰ সফলতা কঢ়িয়াই আনিব।

ষষ্ঠ ৰেখা য়িন, দেখুৱায় যে অংশীদাৰ সকলে আসন্নপ্ৰায় সফলতা কঢ়িয়াবলৈ যোগ্যতাৰে আৰু উদাৰতাৰে কাম কৰিলে।

*সামগ্ৰিক বিধান : কাষ চাপি অহাটোত মহৎ সাফল্য আছে। অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে। যেতিয়া অষ্টম মাহ আহে, তাত দুৰ্ভাগ্য হ'ব।*

*নিকট সাদৃশ্য : হ্ৰদৰ ওপৰত পৃথিৱী : কাষ চাপি অহাৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজন হৈছে অক্ষয় তেওঁৰ ইচ্ছাত শিক্ষাদান কৰিবলৈ, আৰু পৰিধিবোৰৰ অবিহনে তেওঁৰ সহিষ্ণুতাত আৰু জনসাধাৰণৰ নিৰাপত্তাত।*





## ২০. নিৰীক্ষণ (পৰিকল্পনা)

ওপৰত বতাহ

তলত পৃথিৱী

শ্ৰদ্ধা যাচিবলৈ যিজন ম'ই পবিত্ৰ উছৰ্গাবোৰ (দেৱতাক প্ৰাৰ্থনা) সম্পন্ন কৰিবলৈ সাজু কৰে আৰু পবিত্ৰ কৰে সেই ম' জনৰ দ্বাৰা প্ৰতিনিধিত্ব কৰা হয়। এয়া হৈছে উপযুক্ত মনৰ অৱস্থা ভাল ফলাফল বোৰৰ ওচৰলৈ কঢ়িয়াই আনিবলৈ যেতিয়া ঘটনাবোৰ উন্মোচিত কৰিবলৈ অপেক্ষা কৰি থকা হয়।

প্ৰথম ৰেখা য়িন, এটা শিশুক দেখুৱায় যি ঘটনাবোৰ সৰলভাৱে নিৰীক্ষণ কৰে। এয়া কিছু সময়ৰ কাৰণে সুন্দৰ, কিন্তু এজন প্ৰাপ্তবয়স্ক লোকৰ কাৰ্যৰ এটা পৰিকল্পনা থকা উচিত।

দ্বিতীয় ৰেখা য়িন, জুমি চোৱাৰ দ্বাৰা পৰ্যবেক্ষণ কৰাটো এয়া হৈছে এগৰাকী তিৰোতাৰ দৰে পবিত্ৰ হ'বলৈ। সাদৃশ্যটো হৈছে জুমি চোৱাৰ দ্বাৰা নিৰীক্ষণ কৰাটোৱে বিঘিনি ঘটাব পাৰে আনকি যদিও আপুনি এগৰাকী পবিত্ৰ তিৰোতা তুল্য।

তৃতীয় ৰেখা য়িন, দেখুৱায় এজন আত্মদৰ্শী ব্যক্তিয়ে তেওঁৰ/তাইৰ জীৱনৰ ঘটনাবোৰ মনোযোগেৰে লক্ষ্য কৰিছে। এয়া ভাল যিহেতু তেওঁ/তাই জানিব কেনেকৈ কাৰ্য গ্ৰহণ কৰিব লাগে যেতিয়া সময় আছে।

চতুৰ্থ ৰেখা য়িন, এটা জাতিৰ সুনাম নিৰীক্ষণ কৰাটো, ইয়াৰ ৰজাৰ এজন অতিথি হৈ এয়া প্ৰচেষ্টাযোগ্য। সাদৃশ্যটো হৈছে তেওঁলোকে অতিথিসকলক মূল্য দিয়ে।

পঞ্চম ৰেখা য়াঙ, এজন পৈণত ব্যক্তিক দেখুৱায় যি তেওঁৰ/তাইৰ জীৱনত ন্যস্ত কৰ্মৰ পৰিকল্পনা কৰিছে। সদায় আনসকলৰ কল্যাণৰ চিন্তা কৰক যেতিয়া আপুনি আপোনাৰ নিজৰ অভিপ্ৰায় পৰিকল্পনা কৰে।

ষষ্ঠ ৰেখা য়াঙ, এজন পৈণত ব্যক্তিক দেখুৱায় যি তেওঁৰ/তাইৰ নিজৰ চৰিত্ৰ মনোযোগেৰে লক্ষ্য কৰিছে। এনেকুৱা এজন ব্যক্তি তেওঁৰ/তাইৰ নিজৰ বোধ-ক্ষমতাৰে অধিক অগ্ৰগামী আৰু আন সকলৰ কাৰণে ভাল কাম কৰিব।

*সামগ্ৰিক বিধান : পৰিকল্পনা। স্নান কৰা হ'ল, কিন্তু এই পৰ্যন্ত যচা (দেৱতাক উছৰ্গা কৰা) নাই। সম্পূৰ্ণ বিশ্বাসেৰে তেওঁলোকে তেওঁক দৰ্শন কৰিছে (অপেক্ষা কৰিছে)।*

*নিকট সাদৃশ্য : বতাহ পৃথিৱীৰ ওপৰেদি বলিছে : পৰিকল্পনাৰ নিকট সাদৃশ্য। এনেকৈ প্ৰাচীন ৰজাসকলে পৃথিৱীৰ অঞ্চলবোৰ ফুৰিছিল, জনসাধাৰণক মনোযোগেৰে লক্ষ্য কৰিছিল, আৰু তেওঁলোকক জ্ঞান প্ৰদান কৰিছিল।*

## ২১. কুটি খোৱা

ওপৰত জুই

তলত বজ্ৰ

এনেকুৱা অধ্যবসায়ক দেখিব পাৰিব এটা বিধিগত ভুলত, য'ত এটা দলে আনটোক দীৰ্ঘস্থায়ীভাবে পিছ লয়। মাংসক কামোৰাৰ উপমাই প্ৰবল হিংসাক দেখুৱায়, কিন্তু এই তপত পৰিস্থিতিত লক্ষ্য সাধন কৰিবলৈ আৱশ্যকীয় আচৰণৰ প্ৰয়োজন হয়।

প্ৰথম ৰেখা য়াঙ, এজনক ভিতৰত আটি বন্ধা মোজাৰে সৈতে তেওঁৰ ভৰি দেখুৱায়, ভাবিছে যাতে ভৰিৰ আঙুলিবোৰ পুনৰ বাহিৰলৈ কেতিয়াও নাহে। এনেকুৱা বাধ্যবাধকতা বলবোৰত এজনে পৰিস্থিতিটো তৎক্ষণাৎ চিনি পায় আৰু তদনুসাৰে কাম কৰে।

দ্বিতীয় ৰেখা য়িন, এজনক দেখুৱায় যি আন এজনৰ নাক কামোৰে আৰু অভিপ্ৰায়ৰ বল প্ৰয়োগৰ জৰিয়তে ই কামোৰাৰ পৰা আঁতৰি থাকে। সত্য আৰু ন্যায় হৈছে উদগনি যোগোৱা বল, সেই কাৰণে তাত জগৰ নেথাকে।

তৃতীয় ৰেখা য়িন, এজনক দেখুৱায় যি দীৰ্ঘস্থায়ী, যি মাংসক কামোৰে আৰু কিবাকৈ অপ্ৰীতিকৰ বিচাৰি পায়। তাত কিছু সন্তাপ হ'ব, কিন্তু তেওঁ/তাই এটা ডাঙৰ ভুলত জড়িত নহ'ল।

চতুৰ্থ ৰেখা য়াঙ, এজনে এডাল হাড়ত লাগি থকা মাংস কুটি খোৱা দেখুৱায়। কামটোৰ কঠিনতা উপলব্ধি কৰি, এজনে নিৰবচ্ছিন্ন প্ৰচেষ্টাৰে কাম কৰা উচিত। অন্তিমত চেষ্টাবোৰ ধনৰ আৰু সোণৰ শৰবোৰৰ সৈতে পুৰস্কৃত হয়।

পঞ্চম ৰেখা য়িন, এজনে শুকান মাংসক কুটি খোৱা দেখুৱায়। পৰিস্থিতিটো বিপজ্জনক, কিন্তু মনোযোগ আৰু ইচ্ছাশক্তিৰে এজনে সোণৰ সন্ধান পায়।

ষষ্ঠ ৰেখা য়াঙ, দেখুৱায় এজনে এটা ভৃত্যৰ কানমাৰিৰ দ্বাৰা বান্ধ খাই থাকে। সংঘৰ্ষত এজনে নিজে বেছিঁকৈ ধন নখটুৱাবলৈ এটা সতৰ্ক বাণী আছে। ডাঙৰ শক্তিৰে যুঁজ কৰাটো উচ্চতৰ মান বিশিষ্ট, যি সময়ত আত্মিকভাৱে বিচ্ছিন্ন হৈ অৱশিষ্ট ৰয়।

*সামগ্ৰিক বিধান : কুটি খোৱাৰ দ্বাৰা সাফল্য আছে। এয়া অনুকূল ন্যায়ৰ শাসন চলাৰ।*

*নিকট সাদৃশ্য : বজ্ৰ আৰু বিজুলী : কুটি খোৱাৰ নিকট সাদৃশ্য। এনেকৈ পূৰ্ব কালৰ ৰজাসকলে আইনবোৰ দৃঢ় কৰিছিল শাস্তিবোৰ স্পষ্টকৈ সংজ্ঞাবদ্ধ কৰাৰ জৰিয়তে।*





## ২২. অলংকৃতকৰণ

ওপৰত পৰ্বত

তলত জুই

এজনে নিজকে অলংকৃত কৰি আকৰ্ষণত থাকি আনসকলৰ মাজত বাহ্যিক অলংকৃত কৰণে প্ৰকৃত ৰত্নভাণ্ডাৰটোলৈ গৌণ কৰি তোলে, যিটোৱে ফলস্বৰূপে মিছ্যত পেলায়।

প্ৰথম ৰেখা য়াঙ, এজনক দেখুৱায় যি পথটো সজালে আৰু এনেকৈ বাটকুৰি বাবলৈ বাহনখন বাহিৰলৈ ওলাই আহে। এজনলৈ সৌভাগ্য আহে যি সৰলতাৰ প্ৰকৃত প্ৰাচুৰ্য আৰু সৎ কাম জানে।

দ্বিতীয় ৰেখা য়িন, এজন মানুহে তেওঁৰ ডাঢ়িত বুৰুজ মৰাটো আৰু সজোৱাটো দেখুৱায়। তেওঁ পুংখানুপুংখভাৱে যত্ন লোৱা সত্বেও, তেওঁ বাহ্যিক ৰূপবোৰলৈ বান্ধ নেখায়।

তৃতীয় ৰেখা য়াঙ, এজনক দেখুৱায় যি সোণ আৰু ৰত্নবোৰ পৰিধান কৰে। লক্ষ্যত স্থিৰ হৈ থাকি আভ্যন্তৰীণ প্ৰাচুৰ্যক বাহ্যিকতকৈ বেছি সন্মান কৰাটোত সৌভাগ্য হয়।

চতুৰ্থ ৰেখা য়িন,পাখি যুক্ত বগা সাজ পৰিহিত এজন বুঢ়া ডাঙৰীয়াই এটা বগা ঘোঁৰাত উঠি প্ৰথম ৰেখাৰ বিষয়বস্তুলৈ আশীৰ্বাদবোৰ প্ৰদান কৰে। আনজন ব্যক্তিয়ে অনুসৰণ কৰে, এজনৰ সৈতে ইচ্ছা কৰি পাৰ্থক্যবোৰ স্থিৰ অৱস্থাত স্থাপন কৰিবলৈ, এনেকৈ ভাগ্যবান হয়।

পঞ্চম ৰেখা য়িন, মুগা কাপোৰৰ এটা সৰু নুৰা বহন কৰি এটা প্ৰাচুৰ্যপূৰ্ণ অস্তিত্বৰ আবিৰ্ভাৱ হয়। উপহাৰটো দেখিবলৈ নগণ্য হোৱা সত্বেও সদা প্ৰফুল্ল মন আৰু আনন্দৰ অৱস্থাত এই অস্তিত্বৰ প্ৰকৃত প্ৰাচুৰ্য স্থাপিত হয়। তাত সৌভাগ্য হ'ব।

ষষ্ঠ ৰেখা য়াঙ, ইয়াৰ বিষয়বস্তুৱে মূল্যবান ৰত্ন বা অলংকাৰ নোহোৱাকৈ বগা সাজ পৰিধান কৰা দেখুৱায়। ইয়াত ভুল নাই, আত্মিক লক্ষ্যবোৰৰ কাৰণে আৰু উদ্দেশ্যবোৰ বাহ্যিক অলংকাৰতকৈ অধিক গুৰুত্বপূৰ্ণ।

*সামগ্ৰিক বিধান : স্বাচ্ছন্দ্যত সফলতা আছে। সৰু বিষয়বোৰত এয়া অনুকূল অনিশ্চিত কোনো কাম হাতত ল'বলৈ।*

*নিকট সাদৃশ্য : পৰ্বতৰ নামনিত জুই : স্বাচ্ছন্দ্যৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজন আগবাঢ়ে যেতিয়া সাম্প্ৰতিক বিষয়বোৰ খোলোচা হয়। কিন্তু তেওঁ এই পথত বিতৰ্কমূলক আলোচনাৰ বিষয়বোৰত সিদ্ধান্ত ল'বলৈ দুঃসাহস নকৰে।*

## ২৩. বিভাজন ঘটা

ওপৰত পৰ্বত

তলত পৃথিৱী

সমাজবোৰৰ প্ৰাকৃতিক উন্নতি দেখুৱায় যে অসন্তুষ্টিয়ে অস্থিৰতালৈ আগবঢ়াই নিব। এইটো ব্যক্তিগত বিষয়বোৰলৈও সত্য। পৰিৱৰ্তন আৱশ্যকীয় আৰু কেতিয়াবা হিংসাত্মক, কিন্তু সহিষ্ণুতা অব্যাহত ৰখাটোৱে জনায় যে বস্তুবোৰৰ কম সময়ৰ ভিতৰতে বেছিকৈ পৰিৱৰ্তন হ'ব।

প্ৰথম ৰেখা য়িন, এজন ব্যক্তি এখন সিংহাসনত খুৰাবিলাক ভাঙি লুটিখাই পৰা দেখুৱায়। পৰিৱৰ্তন আচম্বিতে আৰু আগতীয়া চিন্তা অবিহনে সম্পন্ন হয়, এতেকে দুৰ্ভাগ্য কঢ়িয়াই আনে।

দ্বিতীয় ৰেখা য়িন, এজন ব্যক্তিয়ে এখন সিংহাসনত লুটিখাই পৰা আৰু ইয়াৰ চৌকাঠ ভঙা দেখুৱায়। ইয়ে এটা সমাধান প্ৰক্ৰিয়াৰ আভাস নিদিয়াকৈ কঠোৰ সমালোচনা সূচায়, যিটোৱে একমাত্ৰ দুৰ্ভাগ্য কঢ়িয়াই আনিব।

তৃতীয় ৰেখা য়িন, নৈৰাজ্য দেখুৱায়। দলটোৰ ব্যক্তিগত সদস্যসকলে শাসকক উৎখাত কৰিবলৈ কাম কৰে, কিন্তু অৱশেষত তেওঁলোকৰ মাজৰ এজনে শাসক হৈ পৰে। এইটোৱেই হৈছে প্ৰাকৃতিক গতিপথ।

চতুৰ্থ ৰেখা য়িন, এজনক দেখুৱায় যি এখন সিংহাসনত লুটিখাই পৰে আৰু ব্যক্তিজনে আঘাত পায় যি ইয়াৰ ওপৰত বহিছিল। অপ্ৰয়োজনীয় হিংসাই দুৰ্ভাগ্য কঢ়িয়াই আনে।

পঞ্চম ৰেখা য়িন, উদীয়মান নেতাজনে সমাজত প্ৰত্যেককে শান্ত কৰে আৰু কাৰেঙত আদেশ পুনৰ্প্ৰতিষ্ঠা কৰে। এই ব্যক্তিজনৰ কাৰ্যবোৰে সকলো ক্ষেত্ৰতে সৌভাগ্য কঢ়িয়াই আনিব।

ষষ্ঠ ৰেখা য়াঙ, নতুন নেতাজন ফলৰ এটা ধুনীয়া কুণ্ডলীৰ দৰে তুলনা হয়, যিটোক ভক্ষণ কৰিবলৈ সজাই থোৱাৰ অৰ্থ নুবুজায়। সম্মানীয় জনসাধাৰণে নতুন আদেশত সন্তুষ্ট হয়, যি সময়ত ক্ৰোধান্বিত জনসাধাৰণে তেওঁলোকৰ নিজৰ পৰিয়ালবৰ্গৰ ভিতৰত যুদ্ধ অব্যাহত ৰাখে। তেওঁলোকৰ অসন্তুষ্টি তেওঁলোকৰ নিজৰ ভিতৰত নিহিত থাকে।

*সামগ্ৰিক বিধান : এফলীয়াকৈ দীঘলে দীঘলে ফলা। ই এজনক অধিক দূৰত্বলৈ নিনিয়ে যিকোনো এঠাইলৈ যাওঁতে।*

*নিকট সাদৃশ্য : পৰ্বতে পৃথিৱীত জিৰণি লয় : এফলীয়াকৈ দীঘলে দীঘলে ফলাৰ নিকট সাদৃশ্য। এনেকৈ ওপৰত থকাসকলে তেওঁলোকৰ অৱস্থান নিশ্চিত কৰিব পাৰে একমাত্ৰ তলত থকাসকলক উদাৰভাৱে প্ৰদান কৰি।*





## ২৪. প্ৰত্যাৱৰ্তন

যিটোৱে ঘূৰি অহাৰ ধাৰণাৰ সৈতে মোকাবিলা কৰে, ঘূৰি আহি বা বস্তুবোৰ দুনাই সম্পন্ন কৰি। বহুতো অসুবিধা সত্বেও প্ৰথমতে কোনো ভুল নহ'ব। কিন্তু আচৰণৰ এটা নিশ্চিত পৰিৱৰ্তন হ'ব, শেষত এটা পৰাস্ত কৰাৰ অভিজ্ঞতা হ'ব, যিটো পৰাস্ত কৰাৰ আৰু বেছিকৈ শোক কৰাৰ চিন হ'ব। এয়া এৰাই চলাৰ একমাত্ৰ পথটো হৈছে সম্পূৰ্ণ সততা আৰু সংহতিৰ কাৰণে সংগ্ৰাম কৰা (কঠোৰ চেষ্টা কৰা)।

প্ৰথম ৰেখা য়াঙ, আপুনি যদি বহু দূৰ যোৱাৰ আগতে প্ৰত্যাৱৰ্তন কৰে; আপোনাৰ দুখ নহ'ব আৰু অতি ভাগ্যবান হ'ব। সাদৃশ্যটো হৈছে বহু দূৰলৈ যোৱাৰ আগতে প্ৰত্যাৱৰ্তন স্ব-জ্ঞানেৰে কৰা হয়।

দ্বিতীয় ৰেখা য়িন, ভুলবোৰ নোহোৱাকৈ এটা সুখৰ প্ৰত্যাৱৰ্তন দেখুৱায়।

তৃতীয় ৰেখা য়িন, এজনক দেখুৱায় যি প্ৰত্যাৱৰ্তনবোৰৰ পুনৰাবৃত্তি ঘটালে, প্ৰতিটো সময় লাভ কৰি কামটো পুনৰ সম্পন্ন কৰিবলৈ।

চতুৰ্থ ৰেখা য়িন, এজন ব্যক্তিক দেখুৱায় যি শুদ্ধ আচৰণ অৱলম্বন কৰিবলৈ সমৰ্থ হয় আৰু তেওঁৰ/তাইৰ শুদ্ধ পথলৈ ঘূৰি আহে। কিন্তু ব্যক্তিজন তেওঁৰ/তাইৰ কামত দৃঢ়, এনেকৈ তাত দোষ নেথাকে।

পঞ্চম ৰেখা য়িন, এজন ব্যক্তিক দেখুৱায় যি তেওঁৰ/তাইৰ স্ব-প্ৰকৃতিত এটা সৎ চেহেৰা ল'বলৈ সমৰ্থ হয় আৰু যিকোনো ভুলক স্বীকাৰ কৰে। এইটো এটা মহৎ অৱস্থান আৰু এই ব্যক্তিজন তেওঁৰ/তাইৰ পথত ভালকৈ অৱস্থিত।

ষষ্ঠ ৰেখা য়িন, এজনক দেখুৱায় যি বিপথগামী হ'ল। ব্যক্তিজনৰ আৰু সমাজৰ বুনিয়াদী উপাদানবোৰে উত্তম শ্ৰেণীৰ উপাদানবোৰক প্ৰত্যাহ্বান জনায়। ইয়ে দুৰ্ভাগ্য কঢ়িয়াই আনে আৰু ইয়াক যদি চৰম বিন্দুলৈ যাবলৈ দিয়া হয় পৰিণামস্বৰূপে বিধি সম্মত অথবা আন উদ্বেগজনক সমস্যাবোৰ কঢ়িয়াই আনিব।

*সামগ্ৰিক বিধান : প্ৰত্যাৱৰ্তন। সফলতা। ওলাই যোৱা আৰু ভুল নোহোৱাকৈ অহা। বন্ধুবোৰ আহে দোষাৰোপ নকৰাকৈ। পথত আগা-পিছাকৈ যায়। সপ্তম দিনা ঘূৰি আহে। এইটোৱে এজনক অধিক মাত্ৰাত ক'ৰবালৈ যাবলৈ বাধ্য কৰে।*

*নিকট সাদৃশ্য : পৃথিৱীৰ ভিতৰত বজ্ৰ : নিৰ্ণায়ক মুহূৰ্তৰ নিকট সাদৃশ্য। এনেকৈ অতীজৰ ৰজাসকলে যাত্ৰাবোৰ বন্ধ কৰিবলৈ অয়নান্তৰ সময়ত, বণিকসকলে আৰু ভ্ৰমণকাৰীসকলে প্ৰায়ে নগৈছিল, আৰু শাসকে প্ৰদেশবোৰৰ মাজেৰে ভ্ৰমণ কৰা নাছিল।*

## ২৫. নিৰ্দোষ

ওপৰত স্বৰ্গ

তলত বজ্ৰ

অসাৱধান কাৰ্যৰ অৰ্থ কৰে। অৱস্থিতি মুক্ত হ'ব পাৰিব, কিন্তু অসাৱধানতাৰে কাৰ্য কৰাতকৈ একো নকৰাটো বেছি ভাল হ'ব।

প্ৰথম ৰেখা য়াঙ, এজন সৎ ব্যক্তিক দেখুৱায় যি যত্নবান হৈ কাম কৰে। এনেকুৱা সক্ৰিয়তাবোৰে সৌভাগ্য কঢ়িয়াই আনিব।

দ্বিতীয় ৰেখা য়িন, এজনক দেখুৱায় যি তেওঁৰ/তাইৰ পথাৰবোৰত খেতি কৰি বিফল হয়। তৃতীয় বছৰৰ দ্বাৰা তাত সামান্য শস্য চপালে আৰু পথাৰখনে নিজকে জগৰীয়া কৰে, বিষয়বস্তুটোৱে আন প্ৰকাৰে কিবাকৈ আৰম্ভ কৰিবলৈ বাঞ্ছা কৰে।

তৃতীয় ৰেখা য়িন, এজনক দেখুৱায় যি সৎ কিন্তু যি অৱধাৰিত পুংখানুপুংখ বিৱৰণবোৰক অৱহেলা কৰে। যেতিয়া এজনী গৰু হেৰাইছে তেওঁ/তাই অনুচিতভাৱে নগৰবাসীক চুৰি কাৰ্যৰ বাবে জগৰীয়া কৰে।

চতুৰ্থ ৰেখা য়াঙ, দেখুৱায় যে নিষ্ঠাবান প্ৰচেষ্টাৰ জৰিয়তে এটা পৰিস্থিতি শুদ্ধ হৈ পৰে।

পঞ্চম ৰেখা য়াঙ, এজনক দেখুৱায় যি এটা মানসিক অসুস্থতাৰ বেমাৰত পৰিল। নিৰাময় হয় সত্য পথটোত থিত লগাই নিজক পিছলৈ নি আৰু নিৰৱচ্ছিন্ন প্ৰচেষ্টাৰে কামটো নিজৰ হাতত সম্পন্ন কৰি।

ষষ্ঠ ৰেখা য়াঙ, ইয়াৰ বিষয়বস্তুটোৱে এটা শ'লঠেকত পৰা দেখুৱায়। এইটো সময়ত আগবাঢ়ি যোৱাটো অধিক সমস্যাবোৰৰ একমাত্ৰ কাৰণ হ'ব।

*সামগ্ৰিক বিধান ঃ নিৰ্দোষ মহৎ সাফল্য। অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে। যদি কোনোবা এজন তেওঁৰ দৰে নহয়, তেওঁৰ দুৰ্ভাগ্য আছে, আৰু এইটোৱে তেওঁক অধিক দূৰত্বলৈ নিনিয়ে কিবা এটা কাম হাতত ল'বলৈ।*

*নিকট সাদৃশ্য ঃ স্বৰ্গৰ তলত বজ্ৰই গুৰুম গুৰুম ধ্বনি কৰে ঃ সকলোবোৰ বস্তু প্ৰাকৃতিক নিৰ্দোষৰ অৱস্থাত উপনীত হয়। এনেকৈ প্ৰাচীন ৰজাসকল, উৎকৰ্ষত চহকী আৰু সমন্বয়ৰ লগত সমন্বিত, গঢ়ি তোলে আৰু সকলোবোৰ অস্তিত্বক পুষ্টিসাধন কৰে।*





## ২৬. ডাঙৰৰ বশ কৰা শক্তি

ওপৰত পৰ্বত

তলত স্বৰ্গ

এজন জ্ঞানী পুৰুষে জমা হোৱা খিনি সংৰক্ষণ কৰে। এই কালছোৱাত এজনৰ শক্তি গোটোৱা আৰু কেন্দ্ৰীভূত কৰাটো হৈছে জ্ঞান, যিহেতু এইটো এটা প্ৰস্তুতিৰ কাল।

প্ৰথম ৰেখা য়াঙ, দেখুৱায় যে পৰিস্থিতিটো উদ্বেগজনক, আনকি বিপজ্জনকো। ধুমুহাৰ মাজলৈ অধিক আগ্ৰহেৰে আগবাঢ়ি যোৱাতকৈ পিছলৈ খোজ দিয়াটো হৈছে জ্ঞান।

দ্বিতীয় ৰেখা য়াঙ, দেখুৱায় যে এখন বাহন ভাগি পৰিল। ব্যক্তিজনৰ কাৰণটোত একো ভুল নাছিল, কিন্তু পৰিস্থিতিটো বিপজ্জনক।

তৃতীয় ৰেখা য়াঙ, এজন যোদ্ধাক সবল, বিশ্বস্ত ঘোঁৰাবোৰৰ সৈতে দেখুৱায়। তেওঁৰ বিপদৰ অৱস্থান উপলব্ধি কৰি যোদ্ধাজনে ঘোঁৰাবোৰক দৈনিক প্ৰশিক্ষণ দিয়ে আৰু ভাবুকিটো ঘটুৱাবলৈ আৱশ্যকীয় দক্ষতাবোৰৰ জ্ঞান আহৰণ কৰে।

চতুৰ্থ ৰেখা য়িন, এটা দমৰা ষাড়গৰুক তাৰ শিংবোৰৰ ওপৰত কাঠেৰে নিৰ্মিত এটা যুঁৱলীৰ সৈতে দেখুৱায়। ষাঁড় গৰুটোৰ শিঙেৰে খোঁচাৰ পৰা ৰক্ষা পৰিবলৈ লোৱা এই সাৱধানতাই সৌভাগ্য কঢ়িয়াই আনিব।

পঞ্চম ৰেখা য়িন, অস্বাভাৱিক পৰিস্থিতিত আপুনি ভাগ্যবান হ'ব যদি আপুনি দৃঢ় আৰু সৎ হৈ থাকে; এয়া ডাঙৰ নদীবোৰ অতিক্ৰম কৰিবলৈ উপযুক্ত নহয়। সাদৃশ্যটো হৈছে দৃঢ় আৰু সৎ হৈ থকাৰ ভাগ্যাই এটা সংগতিপূৰ্ণ পথত উচ্চতৰ আদৰ্শবোৰ অনুসৰণ কৰে।

ষষ্ঠ ৰেখা য়াঙ, ইয়াৰ বিষয়বস্তুটোৱে স্বৰ্গৰ প্ৰৱেশ পথবোৰৰ ভিতৰলৈ সোমোৱা দেখুৱায়। বিষয়টোত এটা চৰম মাত্ৰালৈ উৎকৰ্ষ পুঞ্জীভূত হ'ল আৰু তেওঁৰ/তাইৰ প্ৰকল্পৰ দিশে আগবাঢ়ি ঠাই সলাবলৈ সাজু হৈছে।

*সামগ্ৰিক বিধান ঃ ডাঙৰৰ বশ কৰা শক্তি। অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে। ঘৰত ভোজন নকৰাটোৱে সৌভাগ্য কঢ়িয়াই আনে। ই এজনক ডাঙৰ নদী অতিক্ৰম কৰিবলৈ অধিক দূৰত্বলৈ নিয়ে।*

*নিকট সাদৃশ্য ঃ পৰ্বতৰ মাজত স্বৰ্গ ঃ ডাঙৰৰ বশ কৰা শক্তিৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে নিজকে আহৰণ কৰে বহুতো প্ৰাচীন কথা আৰু অতীতৰ বহুতো দলিলৰ লগত, তাৰ দ্বাৰা তেওঁৰ বংশগত লক্ষণ শক্তিশালী কৰাৰ উদ্দেশ্যে।*

## ২৭. পুষ্টিসাধন

ওপৰত পৰ্বত

তলত বজ্ৰ

নিজক সম্মোহিত কৰি বস্তুবোৰক গ্ৰহণ কৰাৰ দ্বাৰা সেইটোৱে শক্তি আৰু জীৱন সঞ্জীৱনী উৎপাদন কৰিব। আনৰ শক্তি চুৰ কৰাটো আৰু ইয়াক এজনে নিজৰ বাবে ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰাৰ বিৰুদ্ধে সকীয়নি আছে।

প্ৰথম ৰেখা য়াঙ, এজনক দেখুৱায় যি তেওঁৰ/তাইৰ নিজৰ প্ৰাচুৰ্যৰ কেন্দ্ৰ আৰু জ্ঞানৰ পৰা এটা মংগলময় কাছৰ প্ৰতীকস্বৰূপ হৈ দূৰলৈ দিশ পৰিবৰ্তন কৰে। এইটো কৰি ব্যক্তিজনে কেৱল ঈৰ্ষাত দুপাৰি দাঁতৰ ফাকবোৰৰ সৈতে আনসকলক ৰ লাগি চাব পাৰে। এনেকুৱা এজন ব্যক্তিয়ে ইয়াত সুখ বিচাৰি উলিয়াব নোৱাৰে।

দ্বিতীয় ৰেখা য়িন, এজনক দেখুৱায় যি পুষ্টি সাধনৰ কাৰণে ঊৰ্ধ্বমুখী আৰু নিম্নমুখী হয়, যিটোৱে বৰ্তমানেও কেন্দ্ৰটোৰপৰা দূৰলৈ চায়। আনসকললৈ চোৱাতকৈ নিজক পুষ্টি সাধন কৰাটো উচ্চতৰ মানবিশিষ্ট।

তৃতীয় ৰেখা য়িন, এজনক তেওঁৰ/তাইৰ নিজৰ পুষ্টি সাধনৰ প্ৰতি যত্নৰ প্ৰত্যাখ্যান কৰা দেখুৱায়। আনপ্ৰকাৰে এই ব্যক্তিজনে যিয়েই চেষ্টা কৰে বিফল হ'ব, আনকি সৎভাৱে যদি কৰেও তেওঁ/তাই দহ বছৰৰ যথাসম্ভৱ দক্ষতাৰে কৰিবলৈ সক্ষম নহয়, কিয়নো পুষ্টিসাধনৰ এই নাটনি হোৱাৰ পৰা ভাল নাহিব।

চতুৰ্থ ৰেখা য়িন, এজনক দেখুৱায় যি এটা বাঘৰ চাৱনিৰে মাটি ভাগত সতৰ্ক দৃষ্টি ৰাখে। এই ব্যক্তিজনে উপযুক্ত পুষ্টিসাধন বিচাৰি উলিয়াব আৰু তেওঁৰ/তাইৰ লক্ষ্যবোৰ পূৰণ কৰিব।

পঞ্চম ৰেখা য়িন, এজনৰ উপযুক্ত পুষ্টি সাধনৰ নাটনি হোৱা দেখুৱায়, যি তেওঁৰ/তাইৰ বিষয়বোৰ সাময়িকভাৱে নিয়ন্ত্ৰণ কৰিব পাৰে। এয়া হৈছে নতুন প্ৰকল্পবোৰ আৰম্ভ কৰিবলৈ এটা দুৰ্বল অৱস্থান।

ষষ্ঠ ৰেখা য়াঙ, এজনক দেখুৱায় যি আনসকললৈ পুষ্টি যোগান ধৰে। বিপদ সত্বেও এটা নতুন প্ৰচেষ্টাৰে আগবাঢ়ি যোৱাৰ দ্বাৰা সৌভাগ্য আহিব। কিয়নো তাত ডাঙৰ উৎসৱ (দেৱতাক নৈবেদ্য যচা অনুষ্ঠান) হৈছে।

*সামগ্ৰিক বিধান : মুখৰ কোণবোৰ। অধ্যৱসায়ে সৌভাগ্য কঢ়িয়াই আনে। পুষ্টিসাধনৰ যোগান ধৰাটোক প্ৰাপ্যদান কৰাত মন দিয়ক আৰু এজন মানুহে বিচৰাটোক তেওঁ নিজৰ মুখৰ সৈতে পূৰ্ণ কৰিবলৈ।*

*নিকট সাদৃশ্য : পৰ্বতৰ নামনিত বজ্ৰ : পুষ্টিসাধন যোগান ধৰাৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে তেওঁৰ কথাবোৰত যত্নপৰ হয় আৰু খোৱা আৰু পিয়াত সংযমী হয়।*





## ২৮. বৃহৎ অতিক্ৰম

ওপৰত হ্ৰদ

তলত ৰতাহ

ডাঙৰ ঠাইবোৰতদোষমুক্ততা দেখুৱায়। দুৰ্বলতা সত্বেও সফলতা আহিব, এনেকৈ এয়া গৈ থকা অব্যাহত ৰখাটো উচ্চতৰ মানবিশিষ্ট হয়। দুৰ্বলতাবোৰত সেও মনাটোৱে বিফলতা কঢ়িয়াই আনিব।

প্ৰথম ৰেখা য়িন, মাটিৰ ওপৰভাগৰ নিৰ্মল ঘাঁহৰ আবৰণবোৰত উছৰ্গাৰ (দেৱতাক প্ৰাৰ্থনা) নৈবেদ্যবোৰ স্থাপন কৰা দেখুৱায়। উছৰ্গাটোৱে পবিত্ৰতা দেখুৱায় আৰু অনুষ্ঠানটো শুদ্ধ।

দ্বিতীয় ৰেখা য়াঙ, এজন বৃদ্ধ মানুহক এগৰাকী তৰুণ পত্নীৰ সৈতে দেখুৱায় অথবা এজোপা বুঢ়া ছিৰিলি পাতৰ টান কাঠৰ গছত নতুন পোখাবোৰ মেলিছে। বয়স আৰু বিষয়টোৰ অৱস্থা সত্বেও বিকাশ আৰু নবীকৰণৰ মংগলময় সংকেতবোৰ তাত আছে।

তৃতীয় ৰেখা য়াঙ, এটা গাঁথনিৰ ধাম দেখুৱায় সেইটো হৈছে দুৰ্বল। যেতিয়া এটা অৱস্থিতিত অতি গুৰুত্বপূৰ্ণ ব্যক্তিজন অথবা উপাদান দুৰ্বল হয় তাত দুৰ্ভাগ্য হ'ব।

চতুৰ্থ ৰেখা য়াঙ, সহায়ক ধামডাল ওপৰলৈ সামান্যভাৱে হাওলা দেখুৱায়, চিন দেশৰ মন্দিৰৰ চালবোৰ ওপৰলৈ হাওলাৰ দৰে। এয়া হৈছে শুভ আৰু প্ৰথম ৰেখাৰ পবিত্ৰ উছৰ্গাৰ (দেৱতাক প্ৰাৰ্থনা) মনৰ অৱস্থাৰ পৰা সৌভাগ্য আহিব।

পঞ্চম ৰেখা য়াঙ, এজোপা মৃতপ্ৰায় ছিৰিলি পাতৰ টান কাঠৰ গছ যি অলপ সংখ্যক পোখা দিয়ে অথবা এগৰাকী বৃদ্ধা তিৰোতাক এজন তৰুণ গিৰীয়েকৰ সৈতে দেখুৱায়। তাত কিছুমান সুবিধা আছে, কিন্তু এয়া টিকি নেথাকে। এবাৰ এজোপা গছ মৰহি গৈছে, অলপ সংখ্যক পোখাবোৰে ইয়াক ৰক্ষা নকৰিব।

ষষ্ঠ ৰেখা য়িন, ইয়াৰ বিষয়বস্তুৱে কঠোৰ সংগ্ৰাম কৰা দেখুৱায়, এজনে এখন নদীৰ সোঁতত তেওঁ/তাই তললৈ ডুব নোযোৱা পৰ্যন্ত সাহসীকতাৰে পানীৰ মাজেৰে খোজ কঢ়াৰ দৰে। অত্যধিক ৰূপে কঠোৰ চেষ্টা কৰা এজন মহান ব্যক্তিক কোনেও জগৰীয়া কৰিব নোৱাৰিব, ইয়াৰপৰা একো ভাল নাহিব।

*সামগ্ৰিক বিধান : ডাঙৰৰ প্ৰভাৱ অধিক হোৱা। সীৰখুঁটা ভগ্ন বিন্দুলৈ হাওলে। ই এজনক ক'ৰবালৈ যাবলৈ বাধ্য কৰে। সফলতা।*

*নিকট সাদৃশ্য : গছবোৰৰ ওপৰলৈ হ্ৰদটো উঠে : ডাঙৰৰ প্ৰভাৱ অধিক হোৱাৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে, যেতিয়া তেওঁ থিয় হৈ থাকে, নিৰুদ্বিগ্ন। আৰু যদি তেওঁ পৃথিৱীখন ত্যাগ কৰা দেখুৱায়, তেওঁ নিৰ্ভীক।*

## ২৯. অথাউনি

ওপৰত পানী

তলত পানী

জীৱনৰ পৰীক্ষাবোৰ বৰ্ণনা কৰে। এজনৰ অটল বিশ্বাস আৰু বুদ্ধিমত্তা ব্যৱহাৰ কৰি এই পৰীক্ষাবোৰৰ জৰিয়তে কাম কৰা, কাৰণ এইটো এটা মূল্যবান পাঠ হ'বলৈ ধৰিব।

প্ৰথম ৰেখা য়িন, এজন ব্যক্তিয়ে অবিৰত চাপবোৰৰ মুখামুখি হোৱা দেখুৱায়, যি এটা নাদৰ ভিতৰত লুকাইছে। এয়া দুৰ্ভাগ্যজনক কিয়নো পথটো কেৱল অধিক কঠিন হ'বলৈ ধৰিব।

দ্বিতীয় ৰেখা য়াঙ, এজন ব্যক্তি বিপদৰ মাজত থকা দেখুৱায়। আগবাঢ়ি যোৱাটোৱে ক্ষুদ্ৰ অংশ কঢ়িয়াই আনিব কিন্তু উন্নতি নিশ্চিত। দৃশ্যপটত কোনো সকাহ নথকা সত্ত্বেও আগবাঢ়ি যোৱাটোৱে এজনৰ বিশ্বাস সবলতৰ কৰিব।

তৃতীয় ৰেখা য়িন, এজনক দেখুৱায় যি সংঘৰ্ষৰ পাছত সংঘৰ্ষৰ মুখামুখি হৈছে। হতাশাত ভুগি এই ব্যক্তিজনে তেওঁ/তাই নিজকে চকাই বাটত খন্দা এটা গভীৰ লিকৰ ভিতৰলৈ সোমাই কাম কৰাটো এৰাই চলিবলৈ এটা সাময়িক বিৰতি লয়।

চতুৰ্থ ৰেখা য়িন, যুদ্ধত ৰুটি আৰু সুৰাৰ সৈতে যোগ দিছে, এটা সৰল পিয়লাত পৰিবেশন কৰা হৈছে, ৰক্ষা কৰোঁতাজনৰ দেহ আৰু তেজৰ প্ৰতীকস্বৰূপ হৈ সমাবেশখন শক্তিশালী আৰু নমনীয়। বিষয়টোৱে এতিয়া শুদ্ধ পথত যাত্ৰা কৰিছে।

পঞ্চম ৰেখা য়াঙ, চকাই বাটত খন্দা লিকটো পানীৰে ভৰ্তি হৈছে, কিন্তু ওপৰেদি বৈ যোৱা নাই। প্ৰথম ৰেখাডালৰ বিষয়বস্তুটোৱে কুঁৱাটোৰ ভিতৰলৈ পিছ নোহোঁহকে, কিন্তু আৱশ্যকীয় আদেশ কাৰ্যকৰী কৰিবলৈ এটা স্থিৰ গতিপথ নিৰ্ধাৰণ কৰে। এয়া শুদ্ধ।

ষষ্ঠ ৰেখা য়িন, এজন আশা শূন্য ব্যক্তি যি বটীয়াৰ গুণৰ দ্বাৰা বান্ধ খাই পৰিল। এই ব্যক্তিজনে ছিন্ন-ভিন্ন কৰি মুক্ত হ'ব পাৰিলে, কিন্তু সেইদৰে কৰিবলৈ ইচ্ছা নাছিল। দুৰ্ভাগ্যজনকভাৱে বুজাবুজি নাই যে তেওঁৰ/তাইৰ অসুবিধাবোৰ হৈছে মাথোন জীৱনৰ পাঠবোৰ, তেওঁৰ/তাইৰ সহায়ৰ বাবে এটা উচ্চতৰ শক্তিলৈ সম্প্ৰসাৰিত নহয়।

*সামগ্ৰিক বিধান : অথাউনিৰ পুনৰাবৃত্তি। যদি আপুনি সৎ আপোনাৰ হৃদয়ত সাফল্য আছে। আৰু যিহকেই কৰক আপুনি লক্ষ্যবোৰ সাধন কৰে।*

*নিকট সাদৃশ্য : পানী নিৰৱচ্ছিন্নভাৱে বৈ যায় আৰু ইয়াৰ লক্ষ্যত উপনীত হয় : অথাউনিৰ পুনৰাবৃত্তিৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে দীৰ্ঘস্থায়ী উৎকৰ্ষত খোজ কাঢ়ে আৰু শিক্ষাদানৰ বৃত্তিক বহন কৰে।*





## ৩০. জুই

ওপৰত জুই

তলত জুই

যিটো জ্বলন্ত বুদ্ধিমত্তা। যেতিয়া এজনে চৰম উজ্জ্বলতাৰ অধিকাৰী হয় অধিক আগ্ৰহেৰে আনসকলক জলক-তবক কৰিবলৈ চেষ্টা কৰাতকৈ এজনী গৰুৰ দৰে বশ হ'বলৈ যোৱাটো উচ্চতৰ মান বিশিষ্ট হয়।

প্ৰথম ৰেখা য়াঙ, এজনে মৌলিকতাৰ লগত প্ৰভাৱিত হোৱা দেখুৱায়, যি বিভ্ৰান্তি, অস্থিৰ পদক্ষেপেৰে আগবাঢ়ি যায়। স্বজ্ঞাৰ দ্বাৰা দিগ্‌দৰ্শন কৰি এই ব্যক্তিজনে নিৰ্দোষী হয় আৰু আন কোনো ভুল নকৰে।

দ্বিতীয় ৰেখা য়িন, এটা মংগলময় হালধীয়া ৰঙৰ কোঠা দেখুৱায়। হালধীয়া ৰঙে বুজায় যে স্থিৰতা আহিব।

তৃতীয় ৰেখা য়াঙ, জ্বলন্ত চমৎকাৰীতাৰ অৱনতি ঘটা দেখুৱায়, অস্তমিত সূৰ্যৰ দৰে। আন্ধাৰ আৰু পোহৰৰ প্ৰাকৃতিক চক্ৰবোৰ উদ্‌যাপন কৰাৰ পৰিবৰ্তে এজনে শোক কৰে এজন দুৰ্বল মানুহৰ দৰে। এয়া হৈছে দুৰ্ভাগ্য।

চতুৰ্থ ৰেখা য়াঙ, এজন আত্মকেন্দ্ৰিক ব্যক্তি দৃশ্যপটৰ ওপৰত তেওঁৰ/তাইৰ সম্পূৰ্ণ নিজৰ ধাৰণাবোৰ আৰু চমৎকাৰীতা বিস্ফোৰিত হোৱা দেখুৱায়। এনেকুৱা এটা আচম্বিত আত্ম পৰিতৃপ্ত প্ৰদৰ্শনী প্ৰত্যেকৰ দ্বাৰা প্ৰত্যাখ্যিত হ'ব।

পঞ্চম ৰেখা য়িন, এটা দুৰ্বলতাযুক্ত অৱস্থিতিত লজ্জাৰ চকুলোৰ দ্বাৰা সবলতৰ হোৱা। তাত সৌভাগ্য হ'ব।

ষষ্ঠ ৰেখা য়াঙ, এজন ৰজাই গ্ৰামাঞ্চলত শৃংখলা পুনপ্ৰতিষ্ঠা কৰিবলৈ এটা সামৰিক অভিযান চলোৱা দেখুৱায়। তেওঁ বিদ্ৰোহীবোৰৰ নেতাবোৰক আটক কৰে, কিন্তু অনুগামীসকলক নহয় যিসকল নিমাখিত। ৰজাই তেওঁৰ চমৎকাৰীতাৰ জৰিয়তে তেওঁৰ বিশ্বস্ত প্ৰজাবোৰ ৰক্ষা কৰে। তেওঁ জনসাধাৰণক অনাৱশ্যকীয়ভাৱে শাস্তি নিদিয়ে।

*সামগ্ৰিক বিধান : টানকৈ মেৰিয়াই ধৰা কাৰ্য। অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে। ই সাফল্য কঢ়িয়াই আনে। গৰুজনীৰ যত্নই সাফল্য কঢ়িয়াই আনে।*

*নিকট সাদৃশ্য : সেই যিটো উজ্জ্বল দুৰ্বাৰ উৰ্ধগামী হয়? জুইৰ নিকট সাদৃশ্য। এনেকৈ মহান পুৰুষে, এই উজ্জ্বলতাক চিৰকাললৈ সংৰক্ষেণেৰে; জগতৰ চাৰিটা দিশ পোহৰাই তোলে।.*

## ৩১. অনুভূতিপ্ৰৱণ

ওপৰত হ্ৰদ

তলত পৰ্বত

যিটোৱে সংস্পৰ্শলৈ অহা আৰু সচলতাৰ বোধ প্ৰতিনিধিত্ব কৰে। অনিশ্চিত কোনো বস্তুৰ অনুভূতি কাৰ্যৰ দৰে নহয়। এই পৰিস্থিতিত উন্নতি আহিব কেতিয়া অনুভৱ কৰিবলৈ আৰু কেতিয়া কাম কৰিবলৈ জানে।

প্ৰথম ৰেখা য়িন, ভৰিৰ বুঢ়া আঙুলি আৰু লৰচৰ কৰা আঙুলি উভয়ৰ অনুভূতি দেখুৱায়। অভ্যন্তৰৰ গতিৰ সৈতে লগ লগাৰ অনুভূতিয়ে দৃঢ়তাৰ উপযুক্ত আচৰণ দেখুৱায়।

দ্বিতীয় ৰেখা য়িন, জন্তুৰ পোৱালিক আছাৰ মাৰি টনা দেখুৱায়। বিপজ্জনক কাৰ্যৰ শেষত উপনীত হোৱাৰ কাৰণে এইটো এটা অশুভ লক্ষণ হ'ব পাৰিব। সুৰক্ষিত হ'বলৈ ভিতৰত মনে মনে থকা আৰু অন্তিমত বৃত্তিত যোগ দিয়া উচ্চতৰ মান বিশিষ্ট হ'ব।

তৃতীয় ৰেখা য়াঙ, উৰু যুগলৰ সঞ্চালনা দেখুৱায়, যি ভাগ্যহীন সেই সকলৰ এজন অনুগামী হ'বলৈ ধৰাৰ দৰে । ঘৰত থকাটো উচ্চতৰ মান বিশিষ্ট হ'ব, অযোগ্য জাতিৰ এজন অনুগামী হোৱাৰ কাৰণে দুখ কঢ়িয়াই আনিব।

চতুৰ্থ ৰেখা য়াঙ, সৎ হোৱাটো ভাগ্যবান; দুখ অন্তৰ্ধান হয়। অহা আৰু যোৱাৰ প্ৰতিফলন ঘটে, সংগীবোৰে আপোনাৰ চিন্তাবোৰ অনুসৰণ কৰে। সাদৃশ্যটো হৈছে সৎ হোৱাৰ ভাগ্যৰে দুখ অন্তৰ্ধান হয় তাত এতিয়া ক্ষতিকৰৰ অনুভূতি নহয়। অহা আৰু যোৱাৰ প্ৰতিফলন ঘটে বৃহত্তৰতাত উপনীত হোৱাৰ আগতে।

পঞ্চম ৰেখা য়াঙ, হৃদয় আৰু মন সন্তুষ্টিৰে ভৰা দেখুৱায়, ইমান বেছিকৈ যে ই এজনৰ পিঠিৰ ছালখনত মৃদু ঢৌ তোলে। এনেকুৱা এজন ব্যক্তিয়ে কেন্দ্ৰীভূত অনুভৱ কৰে আৰু তেওঁৰ/তাইৰ কাৰ্যবোৰ শুদ্ধ। শক্তি থাকে নিৰাপদ বোধত।

ষষ্ঠ ৰেখা য়িন, হনুযোৰ আৰু জিভাৰ ভিতৰত অনুভূতি আৰু সঞ্চালন দেখুৱায়। ব্যক্তিজনে বিশ্বাসযোগ্য ভাৱে কথা পাতে, কিন্তু এডাল দুৰ্বল ৰেখা থকাৰ কাৰণে তাত সামান্য পদাৰ্থহে আছে।

*সামগ্ৰিক বিধান : প্ৰভাৱ। সফলতা। অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে। এগৰাকী গাভৰু ছোৱালী গ্ৰহণ কৰি পত্নী কৰি ল'লে সৌভাগ্য কঢ়িয়াই আনে।*

*নিকট সাদৃশ্য : পৰ্বতত এটা হ্ৰদ : প্ৰভাৱৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে জনসাধাৰণক প্ৰেৰণা দিয়ে তেওঁৰ ওচৰলৈ কাষ চাপি আহিবলৈ তেওঁৰ প্ৰস্তুতিৰ দ্বাৰা তেওঁলোকক ল'বলৈ।*





## ৩২. অধ্যৱসায়

ওপৰত বজ্ৰ

তলত বতাহ

যিটো হৈছে সংগ্ৰামত টিকি থকা, বিষম পৰিস্থিতি আৱিৰ্ভাৱ হৈছে, কিন্তু তাত কোনো ভুল হোৱা নাছিল। দৃঢ় আৰু সৎ হৈ থাকিলে সুবিধা আহিব।

প্ৰথম ৰেখা য়িন, এজনক দেখুৱায় যি এটা প্ৰতিশ্ৰুতি নিশ্চিত কৰিবলৈ বিচাৰে ইয়াৰ গ্ৰহণযোগ্যতাৰ পূৰ্বে। অনাৱশ্যকীয় আস্থাহীনতাবোধে কেৱল বস্তুবোৰ নিকৃষ্টতৰ সজাব।

দ্বিতীয় ৰেখা য়াঙ, স্থিৰতা অব্যাহত থকা দেখুৱায়, আস্থাহীনতা পাৰ হৈছে আৰু পৰিস্থিতিটো প্ৰকৃততে অধিক মাত্ৰাত নিশ্চিত হ'বলৈ ধৰিছে।

তৃতীয় ৰেখা য়াঙ, আপুনি যদি উৎকৰ্ষত নেৰানেপেৰাকৈ লাগি নেথাকে আপুনি সেইটোৰ কাৰণে দুৰ্যশ কঢ়িয়াব পাৰে। আনকি যদিও সৎ আপুনি লঘু হ'ব। সাদৃশ্যটো হৈছে আপুনি যিকোনো ঠাইতে প্ৰৱেশৰ অনুমতি নেপাব।

চতুৰ্থ ৰেখা য়াঙ, এখন খালী পথাৰত খেলৰ কাৰণে এজনে সতৰ্কতাৰে পৰীক্ষা কৰা দেখুৱায়। এখন অৰ্থহীন যুদ্ধই কেতিয়াও বাঞ্ছিত ফল কঢ়িয়াই নানে।

পঞ্চম ৰেখা য়িন, এগৰাকী যত্নবান নাৰীয়ে এজন সাহিয়াল মানুহক বিয়া কৰা দেখুৱায়। অৱস্থিতিটো সামঞ্জস্যপূৰ্ণ, কিন্তু তিৰোতাগৰাকীয়ে তাইৰ উৎকৰ্ষৰ পদ্ধতিবোৰ মানুহজনৰ ওপৰত জাপি দিয়াটো উচিত নহ'ব।

ষষ্ঠ ৰেখা য়িন, দেখুৱায় যে এবাৰ সংকটটো পাৰ হ'ল নেতৃত্বই উত্তেজনাৰ মনৰ অৱস্থা ৰাখিবলৈ চেষ্টা কৰে। ই উৎপাদন বৃদ্ধি নকৰিব, কিন্তু কিছু পৰিমাণে দুৰ্ভাগ্য কঢ়িয়াই আনিব।

*সামগ্ৰিক বিধান : কালদৈৰ্ঘ্য সফলতা। জগৰ নাই। অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে। ই এজনক অধিক মাত্ৰাত ক'ৰবালৈ যাবলৈ বাধ্য কৰে।*

*নিকট সাদৃশ্য : বজ্ৰ আৰু বতাহ : কালদৈৰ্ঘ্যৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে দৃঢ়তাৰে থিয় দিয়ে আৰু তেওঁ দিশ সলনি কৰে।*

## ৩৩. পিছহোঁহকা

ওপৰত স্বৰ্গ

তলত পৰ্বত

দেখুৱায় যে সফলতাৰ চাবি-কাঠী হৈছে কেতিয়া কাম কৰিব লাগে আৰু কেতিয়া কাম কৰিব নেলাগে জনাটো। এই পৰিস্থিতিত সততাৰ জোখ লোবাটো গৌণ।

প্ৰথম ৰেখা য়িন, এটা দীৰ্ঘম্যাদী প্ৰকল্পৰ সমাপ্তিত সম্ভাব্য বিপদ দেখুৱায়। এতিয়া অতিৰিক্ত কাৰ্য গ্ৰহণ নকৰিব, পথটোৰ বাহিৰলৈ যাবৰ কাৰণে অসুবিধা এৰাই চলাই হৈছে উত্তম পথ।

দ্বিতীয় ৰেখা য়িন, এটা শক্তিশালী সংকল্প অব্যাহত ৰখাৰ জৰিয়তে সফলতা আহে। এজনৰ শক্তি এটা হালধীয়া বলধ গৰুৰ ছালৰপৰা তৈয়াৰী এডাল চামৰা পেটিৰ দৰে হোৱা উচিত।

তৃতীয় ৰেখা য়াঙ, এজনক দেখুৱায় যি বিপদৰ ফালে অগ্ৰসৰ হৈছে, তেওঁ/তাই নিজকে ক্ষমাৰ অনুমোদন নকৰাকৈ। এই ব্যক্তিজনক অতিশয় কঠোৰ ভাৱে যিকোনো এজনে, আনকি এজন ভৃত্যয়ো গণ্য নকৰিব। অধিক সহনশীল হৈ নিজলৈ সৌভাগ্য কঢ়িয়াব।

চতুৰ্থ ৰেখা য়াঙ, এজন শক্তিশালী ব্যক্তিক দেখুৱায় যি দিনটোৰ কাৰণে অনিচ্ছুকভাৱে কৰ্ম ত্যাগ কৰে। এয়া শুদ্ধ আৰু সৌভাগ্য কঢ়িয়াই আনিব। এজন কম গুৰুত্বপূৰ্ণ ব্যক্তিয়ে তেওঁ/তাই নিজে বিলাসিতা মঞ্জুৰ নকৰিব।

পঞ্চম ৰেখা য়াঙ, এজন মহান ব্যক্তিক দেখুৱায় যি দিনটোৰ কাম আনন্দেৰে শেষ কৰে। কিয়নো তেওঁৰ/তাইৰ সিদ্ধান্ত গ্ৰহণৰ ক্ষমতা হৈছে শৃংখলাৰে গঢ়িত আৰু সময়ৰ শুদ্ধতাত সৌভাগ্য হ'ব।

ষষ্ঠ ৰেখা য়াঙ, এজন অভিজাত ব্যক্তিয়ে দিনটোৰ কাৰ্য সৌষ্ঠৱপূৰ্ণ, সৎ আচৰণেৰে শেষ কৰা দেখুৱায়। তেওঁৰ/তাইৰ আত্মবিশ্বাসে প্ৰত্যেক পথত সৌভাগ্য কঢ়িয়াই আনিব।

*সামগ্ৰিক বিধান : পিছহোঁহকা। সফলতা। যিটো হয় সৰু, অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে।*

*নিকট সাদৃশ্য : স্বৰ্গৰ তলত পৰ্বত : পিছহোঁহকাৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে হীনমন্যজনক এটা দূৰত্বত ৰাখে, খং নকৰাকৈ কিন্তু সংৰক্ষেণেৰে। -*





## ৩৪. ডাঙৰৰ শক্তি

ওপৰত বজ্ৰ

তলত স্বৰ্গ

যিটোৱে শক্তিৰ ওপৰত ন্যায় আৰু শুদ্ধ কাৰ্য চলি থকা দেখুৱায়। এই আইনগত কাৰ্য ব্যৱস্থাত শক্তিয়ে একমাত্ৰ লক্ষ্য সাধন কৰিব যদি এইটো ভাল দিশৰ ওপৰত থাকে।

প্ৰথম ৰেখা য়াঙ, এজনৰ শক্তি চৰণত কেন্দ্ৰীভূত কৰা দেখুৱায় গতিৰ কাৰণে, মুৰ আৰু হৃদয়তকৈ অধিক আগ্ৰহেৰে বুদ্ধিমত্তাৰ কাৰণে। ব্যক্তিজন ভাৰসাম্যহীন আৰু আগবাঢ়ি যোৱাটোৱে দুৰ্ভাগ্যলৈ আগবঢ়াই নিব।

দ্বিতীয় ৰেখা য়াঙ, দেখুৱায় যে এজনৰ শক্তি উপলব্ধি কৰি আগবাঢ়ি যোৱাটোৱে প্ৰায় বাঞ্ছা কৰা ফল কঢ়িয়াই আনিব।

তৃতীয় ৰেখা য়াঙ, যেতিয়া সংকীৰ্ণমনা জনগোষ্ঠীয়ে ক্ষমতাৰ অনুশীলন কৰে। সুশিক্ষিত জাতিয়ে ধীৰ আৰু সতৰ্কতাৰে অন্তৰ্ধান হয়, দৃঢ়তা আৰু সততা, অধ্যৱসায় বিপদৰ সন্মুখীন হয়, সাদৃশ্যটো হৈছে যেতিয়া ক্ষুদ্ৰ জনগোষ্ঠীয়ে ক্ষমতাৰ অনুশীলন কৰে সুশিক্ষিত জাতিয়ে মনৰ ভাব ঢাকি ৰাখে।

চতুৰ্থ ৰেখা য়াঙ, জপনা খোল খায়, এনেকৈ মতা ভেড়াটোৱে জট নলগাৰ মাজেৰে পাৰ হয়। জ্ঞানী জনসাধাৰণে বুদ্ধিমত্তা ব্যৱহাৰ কৰি এটা ক্ৰোধান্বিত প্ৰদৰ্শন কৰা কাৰ্য নঘটোৱাকৈ লক্ষ্য সাধন কৰে।

পঞ্চম ৰেখা য়িন, দেখুৱায় যে বুদ্ধিমানে মাজে-সময়ে অসংগতভাৱে ক্ৰোধান্বিত হ'বলৈ ধৰে, কিন্তু তেওঁলোকে কম সময়ৰ ভিতৰতে ইয়াৰ ওপৰলৈ উঠে। তাত দোষাৰোপ নেথাকে এটা সামান্য বিচ্যুতিৰ কাৰণে।

ষষ্ঠ ৰেখা য়িন, মতা ভেঁড়াটোৱে জেওৰাৰ ভিতৰলৈ খুন্দিওৱা আৰু লাগি ধৰা দেখুৱায়। যদি মতা ভেড়াটোৱে এই অভিজ্ঞতাৰ পৰা মাথোন শিকিব তেতিয়া ই সৌভাগ্যৱান হ'ব। শক্তি পৰাস্ত নহ'ব য'ত বুদ্ধিমত্তাৰ আৱশ্যক হয়।

*সামগ্ৰিক বিধান : ডাঙৰৰ শক্তি। অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে।*

*নিকট সাদৃশ্য : স্বৰ্গৰ ওপৰত বজ্ৰ : ডাঙৰৰ শক্তিৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে পথবোৰত খোজ নেকাঢ়ে সেইটো স্থাপিত শৃংখলাৰ লগত একমত নহয়।*

## ৩৫. উন্নতি

ওপৰত জুই

তলত পৃথিৱী

পদোন্নতি দেখুৱায়, নিকট সাদৃশ্যটো এজন সামন্ততান্ত্রিক ৰাজকুমাৰৰ যিজনে জনসাধাৰণক শাসন কৰোঁতে এনেকৈ ঘোঁৰাবোৰ আৰু ৰজাৰ সৈতে দৰ্শক সকলক গ্ৰহণ কৰি এটা ভাল কাম কৰিলে।

প্ৰথম ৰেখা য়িন, এজনক দেখুৱায় যি এটা পদোন্নতি বাঞ্ছা কৰে। কিন্তু ব্যৰ্থকাম আৰু ক্ষুব্ধ যিহেতু এয়া নাহে। দৃঢ় আৰু স্থিৰতাত এইজন ব্যক্তিয়ে কম সময়ৰ ভিতৰতে সৌভাগ্যৰ সৈতে লগ লাগিব।

দ্বিতীয় ৰেখা য়িন, এজনৰ বুঢ়ীমাকৰ আশীৰ্বাদবোৰ দেখুৱায়। মনৰ শান্তি এজনলৈ সোনকালে আহিব যি বস্তুবাদী কাৰ্যৰ পৰিধিৰ ভিতৰত অগ্ৰসৰ হয়, কিন্তু যি বিশ্বাস কৰে জীৱনৰ প্ৰতি ধন আৰু ব্যক্তিতকৈ অধিক আছে।

তৃতীয় ৰেখা য়িন, এজনক দেখুৱায় যি সভাৰ সদস্য আৰু সহযোগীসকলৰ অনুমোদন জয় কৰে। সম্মতিয়ে সকলো দুখৰ উপশম ঘটায়।

চতুৰ্থ ৰেখা য়াঙ, এজনক দেখুৱায় যি অগ্ৰগতি ঘটাবলৈ চেষ্টা কৰে, গাঁতত থকা কুটি খোৱা জন্তুৰ দৰে লুভীয়া, অনিৰ্ভৰযোগ্য আৰু আনসকলৰ অবিশ্বাসী। আনকি এই আচৰণৰ ভিতৰত মহৎ উদ্যমেৰেও বিপদটো অতিক্ৰম নহ'ব।

পঞ্চম ৰেখা য়িন, যেতিয়া দুখ গুচি যায় আৰু আস্থা অৰ্জন হয়, উদ্বিগ্ন নহ'ব; যাবলৈ ই দক্ষতাৰে শুভাশুভ কয়, কোনো এজনৰ কাৰণেও লাভ নহ'ব। সাদৃশ্যটো হৈছে যেতিয়া আস্থা অৰ্জন হয়, উদ্বিগ্ন নহ'ব, যদি আপুনি আগবাঢ়ে আপুনি তাৰ কাৰণে আনন্দিত হ'ব।

ষষ্ঠ ৰেখা য়াঙ, এজনক দেখুৱায় যি তেওঁ/তাই নিজৰ ওপৰত এইটো গ্ৰহণ কৰে ঠিক এটা ষাঁড় গৰুৰে যিভাৱে তাৰ শিংযোৰেৰে আনসকলক চৌকাষে প্ৰবল আক্ৰমণ কৰে। এইটো হৈছে এটা বিপজ্জনক পৰিস্থিতি আক্ৰান্ত হ'বলৈ আৰু ইয়াৰ কিছুমান গ্ৰহণীয়তা অহাৰ সম্ভৱপৰ হোৱা সত্ত্বেও তাতো আত্ম যাতনা ক্লিষ্ট আবেগিক শাস্তি হ'ব।

*সামগ্ৰিক বিধান : উন্নতি। শক্তিশালী ৰাজকুমাৰক বৃহৎ সংখ্যক ঘোঁৰাৰ সৈতে সন্মান জনোৱা হয়। এটা অকলশৰীয়া দিনত তেওঁক সমবেত জনতাই তিনিবাৰ শ্ৰদ্ধা জনায়।*

*নিকট সাদৃশ্য : সূৰ্যটো পৃথিৱীৰ ওপৰত উদয় হয় : উন্নতিৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে নিজে তেওঁৰ উজ্জ্বল উৎকৃষ্টতা অধিক উজ্জ্বল কৰে।*





## ৩৬. উজ্জ্বলতাৰ বিলুপ্তি

ওপৰত পৃথিৱী

তলত জুই

ত্যাগী জনসাধাৰণলৈ দুখ আহিব পাৰে যদিও তেওঁলোক বিশুদ্ধ আৰু নিৰ্ভুল। এই বিষয়ত ভাবুকিটো স্বীকাৰ কৰা উচিত আৰু তদনুসাৰে কাম কৰা উচিত।

প্ৰথম ৰেখা য়াঙ, এজন অগ্ৰগামী ব্যক্তিক লোক কাহিনীৰ হালি পৰা ডেউকাযুক্ত এগৰাকী দেৱদূতৰ সৈতে তুলনা কৰা দেখুৱায়। কিছুমান জখম হোৱা সত্ত্বেও মানসিক শান্তিৰ এটা আৰ্হি উপস্থিত হ'বলৈ বিষয়টো অত্যন্ত আড়ম্বৰভাৱে সম্পন্ন কৰিব পাৰে।

দ্বিতীয় ৰেখা য়িন, এজন ব্যক্তিক দেখুৱায় যাৰ ভৰি এটা ফুটাৰ মাজেৰে পাৰ হ'ল। তেওঁ/তাই বিপদৰ হাত সাৰে তেওঁৰ/তাইৰ শক্তিশালী আৰু কৰ্মঠ ঘোঁৰাটোত উঠি, যিটো হৈছে এটা আত্মা সম্বন্ধীয় সংৰক্ষণৰ কাৰণে লক্ষণ।

তৃতীয় ৰেখা য়াঙ, এজন ৰজাই আন এজন স্বৈৰাচাৰী শাসকৰ ওচৰৰ মাটিবোৰ মুক্ত কৰিবলৈ চেষ্টা কৰা দেখুৱায়। এয়া হৈছে বিপজ্জনক যাত্ৰা, কিন্তু অনিষ্টকাৰীসকলক বন্দী কৰিলে। এই যুদ্ধখন সমাপ্ত হৈছে, কিন্তু সংযোগী বিষয়বোৰত অগ্ৰগতি হয়তো লেহেম হ'ব।

চতুৰ্থ ৰেখা য়িন, এজন ৰজাক দেখুৱায় যি এডোখৰ কাষৰীয়া মাটিৰ মাজলৈ যাত্ৰা কৰে অধিকাৰ কৰিবলৈ। আচম্বিতে তেওঁ উপলব্ধি কৰে তেওঁ স্বৈৰাচাৰী শাসকৰ নিচিনা কাৰ্য কৰিছে, তেওঁ পূৰ্বৰ দিশত ৰৈ যাবলৈ চেষ্টা কৰিলে। তেওঁ সেইজনৰ নিচিনা নহ'বলৈ প্ৰয়াস কৰে আৰু তেওঁৰ নিজা ৰাজ্যলৈ প্ৰত্যাবৰ্তন কৰে।

পঞ্চম ৰেখা য়িন, দেখুৱায় যে উত্তৰাধিকাৰী জনক সিংহাসনলৈ প্ৰবুদ্ধ কৰিলে। কিয়নো তেওঁৰ পৰিয়ালৰ ধাৰকজন দুৰ্নীতিগ্ৰস্ত; নতুন সপোন প্ৰায় এটা অভিশাপৰ দৰে অনুভৱ হয়। তেওঁৰ সুযোগটো আছে বুৰঞ্জী সলাবলৈ যদি তেওঁ ন্যায়নিষ্ঠা অব্যাহত ৰাখে।

ষষ্ঠ ৰেখা য়িন, এজনক দেখুৱায় যি আত্ম উচ্চতাৰ জ্ঞানলৈ উৰ্দ্ধগামী হ'ল, কিন্তু সেই সম পৰ্যায়ত কাম কৰিবলৈ ব্যৰ্থ হ'ল। দুৰ্ভাগ্যজনকভাৱে এই ব্যক্তিজন মাটিৰ সৈতে সংলগ্নিত গভীৰতাবোৰৰ ভিতৰলৈ পিছুৱাই নিম্নগামী হোৱা উচিত।

*সামগ্ৰিক বিধান : উজ্জ্বলতাৰ বিলুপ্তি। বিপৰ্যয়ত ই এজনক অধিক দূৰত্বলৈ নিয়ে নেবানেপেৰাকৈ লাগি থাকিবলৈ।*

*নিকট সাদৃশ্য : পোহৰ পৃথিৱীৰ ভিতৰত ডুব গ'ল : উজ্জ্বলতাৰ বিলুপ্তিৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে বিশাল সৰ্বসাধাৰণৰ সৈতে জীয়াই থাকে : তেওঁ তেওঁৰ আলোক ওৰণিৰে ঢাকে, তথাপিও জিলিকে।*

## ৩৭. পৰিয়াল

ওপৰত বতাহ

তলত জুই

পৰিয়ালৰ সদস্য সকলৰ ভূমিকা। ঘৰখন শান্তিপূৰ্ণ হ'ব যদি প্ৰতিজন সদস্যই পতি-পত্নী আৰু ল'ৰা-ছোৱালীয়ে তেওঁলোকৰ অৱস্থান মতে কাম কৰে। শৃংখলা আৰু মুকলি ভাবৰ আদান-প্ৰদানেৰে অসুবিধাবোৰ সমাধান কৰিব পাৰিব।

প্ৰথম ৰেখা য়াঙ, এজনক দেখুৱায় যি তেওঁৰ/তাইৰ নিজৰ ঘৰলৈ শৃংখলা পুনপ্ৰতিষ্ঠা কৰে। ই জীৱনত এজনৰ অৱস্থান পুনৰ স্থাপন কৰাটো সূচাবও পাৰে।

দ্বিতীয় ৰেখা য়িন, এগৰাকী তিৰোতাক দেখুৱায় যি তাইৰ নিজৰ বৃত্তিৰ প্ৰতি পৰিচৰ্যা (ৰন্ধা-বঢ়া কাৰ্য) কৰে, আনসকলৰ বৃত্তিক চকু নিদিয়াকৈ। এই পৰি ৱৰ্তনটোৱে সৌভাগ্য কঢ়িয়াই আনিব।

তৃতীয় ৰেখা য়াঙ, পৰিয়ালৰ মুৰব্বীজনক দেখুৱায় যি কঠোৰ আৰু অনমনীয়। এইটোৱে বাঞ্ছিত ফলবোৰ কঢ়িয়াই অনা সত্বেও তাতো বিষাদ আৰু সামান্য স্নেহ থাকিব। পৰিণতিত পত্নী আৰু ল'ৰা-ছোৱালীবোৰে তেওঁৰ প্ৰতি শ্ৰদ্ধা হেৰুৱাব।

চতুৰ্থ ৰেখা য়িন, এটা পৰিয়ালৰ সদস্যক দেখুৱায় যি পৰিয়ালটোৰ মাজত মৰম বৃদ্ধি কৰে। তাত সৌভাগ্য হ'ব।

পঞ্চম ৰেখা য়াঙ, এটা পৰিয়ালৰ সদস্যক দেখুৱায় যি পাৰ্থিৱ মৰ্যাদা আৰু প্ৰভাৱ পৰিয়ালটোলৈ কঢ়িয়াই আনে। তাত ভয় কৰিবলৈ কাৰণ নাই। ইয়াৰ কাৰণে সৌভাগ্য হ'ব।

ষষ্ঠ ৰেখা য়াঙ, এটা পৰিয়ালৰ সদস্যক দেখুৱায় যি সৎ আৰু সত্যবাদী। আত্ম পৰীক্ষাৰ পাছত এই ব্যক্তিজনে সৌভাগ্যশালী হ'বলৈ আৱশ্যকীয় পৰি ৱৰ্তনবোৰ প্ৰস্তুত কৰিব।

*সামগ্ৰিক বিধান : পৰিয়াল। তিৰোতাৰ অধ্যৱসায়ে অধিক দুৰত্বলৈ নিয়ে।*

*নিকট সাদৃশ্য : বতাহ আগলৈ আহে জুইৰ পৰা : পৰিয়ালৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনৰ তেওঁৰ কথাবোৰত সাৰমৰ্ম থাকে আৰু তেওঁৰ জীৱন পথৰ কালদৈৰ্ঘ্যত।*





## ৩৮. বিৰোধ

ওপৰত জুই

তলত হ্ৰদ

বিচ্ছিন্ন হৈ পৰা আৰু সাধাৰণ বিষণ্ণতা সত্বেও ক্ৰমান্বয়ে নিয়ন্ত্ৰণ হাতলৈ নিলে, এবাৰতে এটা বস্তুৰ ওপৰত কাম কৰাটোৱে অৱশেষত গোটেই পদ্ধতিটো আৰোগ্য কৰিব।

প্ৰথম ৰেখা য়াঙ, এজনক দেখুৱায় যি ঘোঁৰাবোৰ মুকলি কৰি দিয়ে কিন্তু বিশ্বাস ৰাখে যে সিহঁতে সিহঁতৰ উদ্দেশ্যত ঘূৰি আহিব। ইতিমধ্যে এজনে বেয়া মানুহবোৰৰ ভুলবোৰৰ পৰা শিকিব পাৰে যে সৎ হোৱাটো উত্তম।

দ্বিতীয় ৰেখা য়াঙ, এজনক দেখুৱায় যি তেওঁৰ/তাইৰ শিক্ষকক এটা গলিৰ নিচিনা এডোখৰ সম্ভাৱনাহীন স্থানত দেখে। শিক্ষকজনক এটা বন্ধুত্বমূলক আচৰণে সম্ভাষণ জনায়; বিষয়টোৱে উপলব্ধি কৰোৱায় তেওঁ/তাই শুদ্ধ পথত নিশ্চিত হৈছে।

তৃতীয় ৰেখা য়িন, স্বৰ্গৰ পথবোৰৰ বিপৰীতে গ'ল। তেওঁৰ/তাইৰ যানখন পিছমুৱাকৈ চোঁচোৰালে আৰু তেওঁক/তাইক শাস্তি দিলে, কিন্তু অন্তিমত তেওঁ/তাই শুদ্ধ গতিপথ লাভ কৰিছে আৰু সকলোকে ক্ষমা কৰিছে।

চতুৰ্থ ৰেখা য়াঙ, এজনক দেখুৱায় যি এটা হৈ-চৈ পৰিস্থিতিত সমন্বয় অব্যাহত ৰাখিবলৈ চেষ্টা কৰে। এই ব্যক্তিজনে প্ৰথম ৰেখাৰ ব্যক্তিজনৰ লগ লাগে যি ঘোঁৰাবোৰ হেৰুৱালে। এইসকল উভয় জনসাধাৰণে বিশ্বস্ত আৰু দৃঢ় আচৰণবোৰৰ অধিকাৰী হয় সিহঁতক প্ৰচলিত পৰিস্থিতিটোৰ জৰিয়তে পাবলৈ।

পঞ্চম ৰেখা য়িন, দেখুৱায় যে বহুতো পৰিস্থিতিৰ মাজত সমাজৰ আইনবোৰে দেৱতাৰ ইচ্ছাক সম্পন্ন কৰে। যিহেতু সমাজে আৱশ্যকীয় শুধৰণিবোৰ সম্পন্ন কৰিব পাৰে, জনসাধাৰণে তেওঁলোকৰ জীৱনবোৰৰ সৈতে শান্তিপূৰ্ণভাৱে যাব পাৰে।

ষষ্ঠ ৰেখা য়াঙ, যেতিয়া আপুনি বিৰোধীৰ দ্বাৰা অকলশৰীয়া হয়, আপুনি দেখিছে বোকাৰে ঢাকখোৱা গাহৰিবোৰ আৰু চয়তানবোৰৰ এটা বোজাই কৰা মালদবা। প্ৰথমতে টনা ধনুবোৰ হয় পাছত তললৈ নমোৱা ধনুবোৰ। সিহঁত শত্ৰু নহয় কিন্তু অংশীদাৰ। অগ্ৰসৰ হোৱাটো হৈছে ভাগ্যবান যদি বৰষুণৰ সন্মুখীন হয়। সাদৃশ্যটো হৈছে বৰষুণৰ সন্মুখীন হোৱাৰ ভাগ্যই অৰ্থ প্ৰকাশ কৰে যে সকলো সন্দেহ আৰু অবিশ্বাসৰ অন্তৰ্ধান হৈছে।

*সামগ্ৰিক বিধান : বিৰোধ। সৰু বিষয়বোৰত, সৌভাগ্য।*

*নিকট সাদৃশ্য : ওপৰত জুই ; তলত হ্ৰদ। বিৰোধৰ নিকট সাদৃশ্য। এনেকৈ সকলো সৌহাৰ্দ্যৰ মাজত শ্ৰেষ্ঠজনে তেওঁৰ ব্যক্তিত্ব বজাই ৰাখে।*

## ৩৯. বিৰতি

ওপৰত পানী

তলত পৰ্বত

অচল হৈ ৰৈ গ'ল। পৰৱৰ্তী পদক্ষেপ গ্ৰহণ কৰিবলৈ অক্ষমতাই উন্নতিক পলম কৰে। এজন জ্ঞানী পুৰুষ (ম')ৰ পৰা সহায় বিচাৰক, তাৰ পাছত আপোনাৰ নিজৰ সততা পৰিস্থিতিটোলৈ প্ৰয়োগ কৰক।

প্ৰথম ৰেখা য়িন, দেখুৱায় যে আগবাঢ়ি যোৱাটো অধিক সমস্যাবোৰৰ একমাত্ৰ কাৰণ হ'ব। এইটো পৰিস্থিতিত জিৰণি লোৱাটো হৈছে উচ্চতৰ মান বিশিষ্ট।

দ্বিতীয় ৰেখা য়িন, জনসাধাৰণক দেখুৱায় যি আনসকলৰ নিমিত্তে অসুবিধাবোৰ গ্ৰহণ কৰে, তেওঁলোকৰ নিজৰ কাৰণে সামান্য লাভৰ সৈতে। তেওঁলোকে এজনৰ প্ৰগতি থমাব পাৰে, কিন্তু ব্যক্তিগত হেতুবোৰৰ কাৰণে নহয়।

তৃতীয় ৰেখা য়াঙ, এজনক দেখুৱায় যি এক কঠিন পৰিস্থিতি পুংখানুপুংখভাৱে গঢ় দিয়ে একমাত্ৰ আনটোৰ ভিতৰলৈ তললৈ সৰিবলৈ। যেতিয়া অধিক উন্নতি গঢ় দিব পৰা নহ'ব ঘৰলৈ প্ৰত্যাবৰ্তন কৰক।

চতুৰ্থ ৰেখা য়িন, অতি বৃহৎ প্ৰতিবন্ধক পৰিস্থিতিবোৰলৈ এজন আগবাঢ়ি থকা সঞ্চালকক (Director) দেখুৱায়। প্ৰগতিলৈ অসমৰ্থ হৈ এই ব্যক্তিজনে আগৰ ৰেখাডালৰ সমভাবাপন্ন বন্ধুৰ সৈতে লগ লাগে। তেওঁলোকে প্ৰত্যেকে আন জনৰ সহায় আৰু ভাৰসাম্য ৰক্ষা কৰে।

পঞ্চম ৰেখা য়াঙ, এজনক দেখুৱায় যি এটা কঠিন পৰিস্থিতিৰ সৈতে সংগ্ৰাম কৰে। বন্ধুবোৰে সহায় কৰিবলৈ আহে, তেওঁলোকৰ একেসদৃশ পৰিস্থিতি হোৱাৰ পাছতো।

ষষ্ঠ ৰেখা য়িন, এজনক দেখুৱায় যি আগবাঢ়ি যায় ইচ্ছাপূৰ্বকভাৱে কঠিনতা বৃদ্ধি কৰিবলৈ, তাৰ পাছত এতিয়াও থিয় হৈ থাকে। এই ব্যক্তিজনে এই পথত তেওঁৰ/তাইৰ মহত্ব দেখুৱায় আৰু অনুগ্ৰহ বিচাৰে সেইসকলৰ পৰা যি সহায় কৰিব পাৰে।

*সামগ্ৰিক বিধান : প্ৰতিবন্ধক। দক্ষিণ-পশ্চিম অধিক দূৰত্বলৈ যায়। উত্তৰ-পূব অধিক দূৰত্বলৈ নেযায়। ই এজনক ডাঙৰ মানুহ চাবলৈ অধিক দূৰত্বলৈ নিয়ে। অধ্যৱসায়ে সৌভাগ্য কঢ়িয়াই আনে।*

*নিকট সাদৃশ্য : পৰ্বতত পানী : প্ৰতিবন্ধকৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে তেওঁৰ মনোযোগ নিজলৈ ঘূৰায় আৰু তেওঁৰ বংশগত লক্ষণক গঢ় দিয়ে।*





## ৪০. সমাধানৰ প্ৰক্ৰিয়া

ওপৰত বজ্ৰ

তলত পানী

যদি অতিৰিক্ত কামৰ প্ৰয়োজন নেথাকে যিমান সোনকালে সম্ভৱ গতানুগতিক নিৰ্ধাৰিত কাৰ্যসূচীলৈ ঘূৰি অহাটো হ'ব জ্ঞান।

প্ৰথম ৰেখা য়িন, এজনক দেখুৱায় যি দৃঢ়, তথাপি নমনীয়, এই ব্যক্তিজনে শুদ্ধভাৱে সম্পন্ন কৰিব আৰু সফল হ'ব।

দ্বিতীয় ৰেখা য়াঙ, চিকাৰ কৰা দেখুৱায়, তিনিটা শিয়াল বন্দী কৰি আৰু তিনিডাল সোণালী কাঁড় বিচাৰি উলিয়াই। এইটো এটা শুভ সংকেত এজনৰ কাৰণে যি দীৰ্ঘকাল কৰ্ম কৰি গ'ল এটা বাঞ্ছিত লক্ষ্যত কৃতকাৰ্য হ'বলৈ। তাত সৌভাগ্য হ'ব।

তৃতীয় ৰেখা য়িন, এজন ভৃত্যই এখন যানত উঠাটো দেখুৱায়। পৰিস্থিতিটোৰ সুবিধা এটা গ্ৰহণ কৰাৰ দ্বাৰা এই ব্যক্তিজনে তেওঁ বা তাই নিজকে অসুৰক্ষিত সাজিলে আৰু ডকাইতবোৰৰ দ্বাৰা আক্ৰমণ হ'ব। এই পৰিস্থিতিটোত কোনো সাৱধানতাৰে বিপদৰপৰা ৰক্ষা নপৰে।

চতুৰ্থ ৰেখা য়াঙ, এজনক দেখুৱায়, যি বন্ধু সকলৰ আশীৰ্বাদবোৰ গ্ৰহণ কৰে তেওঁৰ চেন্দেল সোলোকাই থোৱাৰ পাছত, অথবা কৃত্ৰিম মৰ্যাদা সেয়া আহে বিজয়ৰ সৈতে।

পঞ্চম ৰেখা য়িন, এজনক দেখুৱায় যি যথেষ্ট বিনয়ী ক্ষুদ্ৰ কৰ্তব্যবোৰলৈ ঘূৰি আহিবলৈ এখন বৃহৎ যুঁজত জয়ী হোৱাৰ পাছত। এনেকুৱা এজন ব্যক্তিয়ে সকলো জনসাধাৰণৰ আত্মবিশ্বাস জয় কৰিব।

ষষ্ঠ ৰেখা য়িন, দৃঢ়তা আৰু সমন্বয় দেখুৱায়। নিকট সাদৃশ্যটো হৈছে এজন সামন্তবাদী ৰাজকুমাৰৰ যি এখন উচ্চ দেৱালত উঠি থকা এটা শেন তেওঁৰ এডাল কাঁড় নিক্ষেপ কৰি হত্যা কৰে। লক্ষ্যটোক আঘাত কৰাটোৱে সফলতা দেখুৱায়।

*সামগ্ৰিক বিধান : উদ্ধাৰ। দক্ষিণ-পশ্চিম অধিক দূৰৱৰ্তী। যদি কিবা এটা দীঘলীয়া নহয় য'লৈ এজন যাবলৈ বাধ্য নহয়; প্ৰত্যাবৰ্তনে সৌভাগ্য কঢ়িয়াই আনে। যদি এতিয়াও অনিশ্চিত কোনো বস্তু আছে য'লৈ এজন যাবলৈ বাধ্য হয়, খৰখেদাই সৌভাগ্য কঢ়িয়াই আনে।*

*নিকট সাদৃশ্য : বজ্ৰ আৰু বৰষুণ আহিবলৈ আৰম্ভ কৰে : উদ্ধাৰৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে ভুলবোৰ ক্ষমা কৰে আৰু দুষ্কাৰ্যবোৰ ক্ষমা কৰে।*

## ৪১. হ্রাস হোৱা

ওপৰত পৰ্বত

তলত হ্ৰদ

যিটোৱে হ্ৰাসকৰণৰ সৈতে বিলায়। সময়টো শুদ্ধ হ্ৰাস কৰিবলৈ যিটো ওপৰঞ্চি হৈ থাকে আৰু ইয়াক কঢ়িওৱা হয় যিটো শুদ্ধ আৰু যুক্তিযুক্ততাত মিল হ'বলৈ। যদি এইটো সততাৰে সৈতে কৰা হ'ল, আপোনাৰ কামবোৰে ডাঙৰ সৌভাগ্য কঢ়িয়াই আনিব।

প্ৰথম ৰেখা য়াঙ, এজন ব্যক্তিয়ে আন এজনক সহায় কৰিবলৈ খৰখেদা কৰা দেখুৱায়। এয়া ভাল, কিন্তু যত্নবান হ'ব আপুনি দিব পৰাতকৈ বেছি নেযাচিবলৈ।

দ্বিতীয় ৰেখা য়াঙ, এজন ব্যক্তিক দেখুৱায় যি অধিক আগ্ৰহেৰে এটা নতুন অভিযান আৰম্ভ কৰাতকৈ তেওঁৰ/তাইৰ নিজৰ অৱস্থিতি অব্যাহত ৰাখে। এজনে নিজকে অত্যধিকৰূপে বহু দূৰলৈ আগবঢ়াই দিয়াতকৈ স্থিৰ হৈ থকাটো উচ্চতৰ মানবিশিষ্ট।

তৃতীয় ৰেখা য়িন, তিনিজন সৰ্বসাধাৰণক একেলগে যাত্ৰা কৰা দেখুৱায়। তৃতীয়জন ব্যক্তিক এৰি দিয়ে, তাৰ পাছত দ্বিতীয়জনক। অকলশৰীয়াকৈ খোজ কাঢ়ি প্ৰথম ব্যক্তিজনে সংগ বিচাৰি পায়।

চতুৰ্থ ৰেখা য়িন, বোজাত এজনে এটা হ্ৰাসকৰণ কঢ়িওৱা দেখুৱায় অথবা এজনৰ অসুখ আছিল আৰু এয়া হৈছে এটা শুভ সংকেত। আনসকলে সহায় কৰিব পাৰে, কিন্তু কাৰ্যটো সম্পূৰ্ণভাৱে আপোনাৰে আটাইতকৈ বেছি।

পঞ্চম ৰেখা য়িন, সমৃদ্ধি দেখুৱায়। দৃঢ়ভাৱে থিয় হৈ থাকক আৰু আশা কৰক আপোনালৈ কি আহিছে। এটা উচ্চতৰ শক্তিৰপৰা সহায় পাব।

ষষ্ঠ ৰেখা য়াঙ, কোনোবা এজনে আনসকলক তেওঁৰ/তাইৰ নিজৰ ভঁৰালঘৰত কি আছে হ্ৰাস নকৰাকৈ দিয়া দেখুৱায়। লক্ষ্যৰ কাৰণে চাওঁক আৰু আপোনাৰ শক্তিবোৰৰ দিশ আৰু বহুতোৰে আপোনাৰ লগত যোগদান কৰিব।

*সামগ্ৰিক বিধান : ক্ষয়িষ্ণুৰে সতৰ সৈতে একেলগ হৈ প্ৰায় মহান সৌভাগ্য কঢ়িয়াই আনে দোষাৰোপ নোহোৱাকৈ। এজনে এইটোত নেৰানেপেৰাকৈ লাগিব পাৰে। ই এজনক অধিক দূৰত্বলৈ নিয়ে অনিশ্চিত কোনো কাম হাতত ল'বলৈ কেনেকৈ এইটোক বহন কৰি নিয়া হ'ব? এজনে দুটা সৰু বাতি কৰিব পাৰে দেৱতালৈ নৈবেদ্য আগবঢ়াবৰ কাৰণে।*

*নিকট সাদৃশ্য : পৰ্বতৰ নামনিত হ্ৰদ : ক্ষয়িষ্ণুৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে তেওঁৰ ক্ৰোধ নিয়ন্ত্ৰণ কৰে আৰু তেওঁৰ প্ৰকৃতিবোৰ নিয়ন্ত্ৰণ কৰে।*





## ৪২. বৃদ্ধি হোৱা

ওপৰত বতাহ

তলত বজ্ৰ

পুৰস্কাৰৰ বৃদ্ধি। যেতিয়া নাগৰিক সকল উৎপাদনক্ষম হয় আৰু সকলোৰে ভালৰ কাৰণে কাম কৰে সমৃদ্ধি আৰু সুখ হ'ব। যেতিয়া দেশৰ শাসন ভাল হয়, ই জনসাধাৰণৰ ৰাজহৰ টকা সকলোৰে কাৰণে জীৱন যাত্ৰাৰ মান বৃদ্ধি কৰিবলৈ ব্যৱহাৰ কৰে। এইটোৱে জনসাধাৰণ আৰু তেওঁলোকৰ শাসক (চৰকাৰ)ৰ মাজত সমৃদ্ধিৰ এটা চক্ৰ সৃষ্টি কৰে।

প্ৰথম ৰেখা য়াঙ, লাভজনক কঠোৰ প্ৰচেষ্টাত ৰাজহুৱা সামগ্ৰীৰ কাৰণে গুৰুত্ব বহন কৰি ডাঙৰ সফলতা আহিব ধৰা দেখুৱায়। এনেকুৱা প্ৰকল্পবোৰে জনসাধাৰণক সৎ কাৰ্যত নিয়োগ কৰে সেইটোৱে জড়িত থকা প্ৰত্যেকজনক উপকৃত কৰিব।

দ্বিতীয় ৰেখা য়িন, যদি দহযোৰ কাছ দিয়া হয়, কোনো এজনেও বিৰোধিতা নকৰে। এয়া শুভ চিৰস্থায়ীভাৱে দৃঢ় আৰু সৎ হ'বলৈ। এয়া ৰজাৰ বাবে শুভ উদ্দেশ্যধৰ্মীভাৱে দেৱতালৈ উছৰ্গাবোৰ যাচিবলৈ।

তৃতীয় ৰেখা য়িন, স্পষ্ট কৰি দিয়ে যে মাজে-সময়ে সৎ, শিষ্ট জনসাধাৰণে লুভীয়া অভিপ্ৰায়বোৰৰ কাৰণে বিনিয়োগ কৰে। এইটো সৰ্বোত্তম অৱস্থা নোহোৱা সত্ত্বেও এনেকুৱা ব্যৱসায়িক লেন-দেনবোৰ মানবীয় বিষয়বোৰৰ গতিপথত সদায় বৰ্ত্তি থাকে।

চতুৰ্থ ৰেখা য়িন, এজনক দেখুৱায় যি চৰকাৰখনলৈ উচ্চাংগ পৰামৰ্শ যাচে আৰু যিহেতু এইটো ভাল চিন্তা বাহিৰ হৈছে আৰু সন্তোষজনকভাৱে উপস্থাপিত, তেওঁৰ/তাইৰ পৰামৰ্শ মানি চলা হয়। এনেকুৱা এজন ব্যক্তি এজন মূল্যবান নাগৰিক হ'বলৈ ধৰে।

পঞ্চম ৰেখা য়াঙ, বিশুদ্ধ হৃদয় আৰু মনৰ এজনক দেখুৱায় যি তেওঁৰ/তাইৰ জীৱন সকলো জনসাধাৰণৰ উপকাৰৰ কাৰণে কামত লগায়। এনেকুৱা এজন ব্যক্তিয়ে প্ৰত্যেকৰ দ্বাৰা আশীৰ্বাদ পায়। তাত সৌভাগ্য হ'ব।

ষষ্ঠ ৰেখা য়াঙ, কোনো বস্তু ইমান বেছিকৈ বৃদ্ধি নকৰিব সেইটো নিশ্চিত আক্ৰমণৰ সম্মুখীন হ'ব, অতিশয় অধ্যৱসায়ী নহ'ব সিয়ে দুৰ্ভাগ্যলৈ আগবঢ়াই নিয়ে। সাদৃশ্যটো হৈছে যি কোনো বস্তু ইমান বেছিকৈ বৃদ্ধি নকৰাৰ ঔচিত্যই সচৰাচৰ আংশিকতা সূচায়, ব্যক্ত কৰা হয় যে ইয়াৰ প্ৰতি নিশ্চিত আক্ৰমণক সূচায় যিটো বাহিৰ ফালৰপৰা আহে।

*সামগ্ৰিক বিধান : বৃদ্ধি হোৱা। ই এজনক অধিক দূৰত্বলৈ নিয়ে অনিশ্চিত কোনো কাম হাতত ল'বলৈ। ই এজনক অধিক দূৰত্বলৈ নিয়ে ডাঙৰ নদী অতিক্ৰম কৰিবলৈ।*

*নিকট সাদৃশ্য : বতাহ আৰু বজ্ৰ : বৃদ্ধি হোৱাৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে : যদি তেওঁ ভাল দেখে, তেওঁ ইয়াক অনুকৰণ কৰে; যদি তেওঁ ভুল ধৰা পেলায়, তেওঁ নিজকে সিহঁতৰপৰা আঁতৰায়।*

## ৪৩. নির্ণায়ক

ওপৰত হ্রদ

তলত স্বৰ্গ

অশুদ্ধিবোৰৰ অপসাৰণ। উদাহৰণ দিয়া হৈছে বিচাৰত এটা দুৰ্বল মনৰ বা ক্রটিপূর্ণ প্রতিবেদন। এই গোচৰত আইন বলবৎকাৰীৰ নিজৰ সু-চৰিত্ৰই ন্যায় বিচাৰত জয়ী হয়।

প্রথম ৰেখা য়াঙ, এজন আইন ৰক্ষকে তেওঁৰ/তাইৰ আইনগত কাৰ্যব্যৱস্থা আগবঢ়াই নিবলৈ সাধাৰণভাৱে কাম কৰিবলৈ সাজু হোৱাৰ দ্বাৰা চেষ্টা কৰা দেখুৱায়। এইটো পর্যাপ্ত প্রয়াস নহয় আৰু তাত দুৰ্ভাগ্য হ'ব।

দ্বিতীয় ৰেখা য়াঙ, যেতিয়া সতর্ক আৰু সজাগ হয়, আনকি যদিও ৰাতি আক্রমণকাৰীবোৰ থাকে তাত উদ্বেগৰ কাৰণ নাই। সাদৃশ্যটো হৈছে যদিও আক্রমণকাৰীবোৰ থাকে তাত উদ্বেগৰ কাৰণ নাই যেতিয়া আপুনি ভাৰসাম্যৰ এটা পথত উপনীত হ'ল।

তৃতীয় ৰেখা য়াঙ, মুখত শক্তি দুৰ্ভাগ্যৰ কাৰণ হ'ব। সুশিক্ষিত জাতিয়ে নির্ণায়কৰূপে অকলশৰীয়াকৈ স্থান পৰিবৰ্তন কৰে; বৰষুণৰ সন্মুখীন হৈ যদি তেওঁলোকে তিতা পায় বিৰক্ত হয় কিন্তু দোষাৰোপ নহয়। সাদৃশ্যটো হৈছে যদি সুশিক্ষিত জাতি নির্ণায়ক হয় তেওঁলোক অন্তিমত জগৰীয়া নহ'ব।

চতুৰ্থ ৰেখা য়াঙ, এজনক দেখুৱায় যি তেওঁৰ/তাইৰ তপিনাবোৰৰ ছাল এডাল মৰণাৰ সঁজুলিৰে ছিঙাৰ পাছত তীব্ৰ কষ্টসাধ্যৰেখোজ কাঢ়ে। খোজ কঢ়াটো এই ব্যক্তিজনৰ কাৰণে জ্ঞানী হ'ব যেনেকৈ এটা ভেড়াই পালটোৰ মাজত খোজ কাঢ়ে, কিন্তু আত্মসন্তুষ্টিয়ে তেওঁক/তাইক এনেকুৱা পৰামৰ্শৰ প্ৰতি কাণ দি শুনিবলৈ অনুমতি নিদিব।

পঞ্চম ৰেখা য়াঙ, যদি আপোনাক বাঞ্ছা পূৰণ কৰিবলৈ দম্ভৰ আছে যিটো তলখাপৰ, এতিয়া আপোনাৰ দম্ভৰ ভংগ কৰক। শুদ্ধটোত নেৰানেপেৰাকৈ লাগি থাকক, জীৱনক আদৰেৰে লওঁক আৰু আপুনি সফল হওঁক।

ষষ্ঠ ৰেখা য়িন, এটা সজাগ অবিহনে অন্তিমত দুৰ্ভাগ্য হয়। সাদৃশ্যটো হৈছে অসতৰ্কতাৰ দুৰ্ভাগ্য জন্ম হৈ চূড়ান্তভাৱে যিকোনো দৈৰ্ঘ্যতা অব্যাহত ৰাখিবলৈ অক্ষম হয়।

*সামগ্রিক বিধান : আকস্মিক আৰু গুৰুত্বপূৰ্ণ আৱিষ্কাৰ। এজনে জনা বিষয়টো সংকল্পবদ্ধভাৱে প্রস্তুত কৰা উচিত ৰাজ সভাত। ইয়াক বিশ্বাসযোগ্যভাৱে ঘোষণা কৰা উচিত। বিপদ। এজনৰ নিজৰ নগৰলৈ জাননী প্ৰকাশ কৰিবলৈ এয়া আৱশ্যক। ই এজনক অধিক দূৰত্বলৈ নিনিয়ে অস্ত্র-শস্ত্ৰৰপৰা ৰক্ষা পাবলৈ। ই এজনক অধিক দূৰত্বলৈ নিয়ে কোনো অনিশ্চিত কাম হাতত ল'বলৈ।*

*নিকট সাদৃশ্য : হ্রদ স্বৰ্গৰ ওপৰলৈ উৰ্ধ্বগামী হ'ল : আকস্মিক আৰু গুৰুত্বপূৰ্ণ আৱিষ্কাৰৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে চহকী সকলক নিম্নস্তৰলৈ প্ৰেৰণ কৰে আৰু তেওঁৰ উৎকৰ্ষক স্থিৰ অৱস্থালৈ অহাৰ পৰা বিৰত ৰাখে।*





## ৪৪. বিপদৰ মুখামুখি হোৱা

ওপৰত স্বৰ্গ

তলত বতাহ

এজন ধূৰ্ত মানুহে দেশ শাসনৰ দায়িত্ব জয় কৰে, তাৰ পাছত একে মনৰ ব্যক্তিক মন্ত্রী হিচাপে নিযুক্ত কৰি নিয়ন্ত্রণ হাতলৈ নিবলৈ চেষ্টা কৰে। পৰিস্থিতিটো তুলনা কৰা হয় এগৰাকী উদ্দেশ্যপ্রণোদিত নাৰীয়ে এজন পুৰুষক বিয়া কৰি তেওঁৰ ধন-সম্পত্তিৰ নিয়ন্ত্ৰণ হাতলৈ নিয়া।

প্রথম ৰেখা য়িন, দেখুৱায় যে এনেকুৱা এজন ব্যক্তিক গতিবেগ হ্রাস কৰা এখন যানৰ নিচিনাকৈ পৰীক্ষা কাৰ্যত ৰখা উচিত। যিকোনো দিশত সঞ্চালনে দুৰ্ভাগ্য কঢ়িয়াই আনিব। ৰিজনিটো দিয়া হয় এটা তৰুণ গাহৰি সেইটো নিশ্চিত আমনিৰ কাৰণ হ'ব যদি শিথিল হ'বলৈ দিয়া হয়।

দ্বিতীয় ৰেখা য়াঙ, এজন ব্যক্তিক তেওঁৰ/তাইৰ বিছনাত মাছৰ সৈতে দেখুৱায়। সৌভাগ্য ডাৱৰীয়া হ'ব পাৰে যদি তেওঁ/তাই প্ৰথম ৰেখাডালৰ বিশৃংখল ব্যক্তিজনক তেওঁৰ/তাইৰ অতিথিসকলৰ সৈতে লগ লাগিবলৈ অনুমতি দিয়ে।

তৃতীয় ৰেখা য়াঙ, এজনক দেখুৱায় যি তেওঁৰ/তাইৰ তপিনাবোৰৰ ছাল এডাল মৰণাৰ সঁজুলিৰে ছিঙাৰ পাছত তীব্ৰ কষ্টেৰে খোজ কাঢ়ে। এয়া এজনৰ কাৰণে থিয় হৈ থাকিবলৈ ভাল, লজ্জিত হোৱা অৱস্থা আৰু বেদনা অন্তিমত দূৰলৈ যাব।

চতুৰ্থ ৰেখা য়াঙ, এজন ব্যক্তিয়ে তেওঁৰ/তাইৰ মোনা কঢ়িয়াই নিয়া দেখুৱায়, কিন্তু মাছটো হেৰাই থাকিল। এজন অৰ্হতাহীন ব্যক্তিক মাছটোৰ সৈতে দূৰলৈ ঠেলি দিয়া হ'ল, তাত দুৰ্ভাগ্য হ'ব।

পঞ্চম ৰেখা য়াঙ, এজনক দেখুৱায় যি তেওঁৰ/তাইৰ হেৰুৱা ধন-সম্পত্তি পুনৰুদ্ধাৰ কৰিবলৈ মৰোঁ-জীওঁকৈ লাগে। এই ব্যক্তিজনে শিংবোৰ বৃদ্ধি কৰে আৰু আক্ৰমণকাৰীৰ সৈতে যুদ্ধ কৰে। তেওঁৰ/তাইৰ অৱস্থান বিপজ্জনক আৰু কিছুমান দুখৰ কাৰণ হ'ব যদিও কাৰ্যটোৱে পৰিস্থিতিবোৰৰ আৱশ্যকীয়তা অনুমোদন কৰে।

ষষ্ঠ ৰেখা য়াঙ, এজনক দেখুৱায় যি তেওঁৰ/তাইৰ হেৰুৱা স্বাস্থ্য পুনৰুদ্ধাৰ কৰিবলৈ মৰোঁ-জীওঁকৈ লাগে। এই ব্যক্তিজনে শিংবোৰ কামত লগায় আৰু আক্ৰমণকাৰীৰ বিৰুদ্ধে যুদ্ধ কৰে। তেওঁৰ/তাইৰ অৱস্থান বিপজ্জনক আৰু কিছু দুখৰ কাৰণ হ'ব যদিও অৱস্থাবোৰৰ সাপেক্ষে কাৰ্যটো আৱশ্যকীয়।

*সামগ্রিক বিধান : একেলগ হ'বলৈ অহা কাৰ্য। কুমাৰী ছোৱালী শক্তিশালী। এজনে এনেকুৱা এগৰাকী কুমাৰী ছোৱালীক বিয়া কৰা উচিত নহয়।*

*নিকট সাদৃশ্য : স্বৰ্গৰ তলত বতাহ : একেলগ হ'বলৈ অহাৰ নিকট সাদৃশ্য। এনেকৈ ৰাজকুমাৰে কাৰ্য কৰে যেতিয়া তেওঁৰ আদেশবোৰ বহল প্ৰচাৰ কৰে আৰু ৰাজহুৱাভাৱে তেওঁলোকক জনায় স্বৰ্গৰ চাৰিটা দিশ।*

## ৪৫. জনসমাৱেশ

ওপৰত হ্ৰদ

তলত পৃথিৱী

বিশেষভাৱে এটা সম্প্ৰদায়ে উৎসৱত একেলগ হয়। নেতাজনে বা ৰজাই শান্তি আৰু সমৃদ্ধিৰ কাৰণে এটা ধৰ্মীয় অনুষ্ঠান সম্পন্ন কৰে। সমন্বয়ৰ এই সময়ত কাৰ্য গ্ৰহণ কৰিবলৈ আৰু অনুগ্ৰহবোৰ বিচাৰিবলৈ ভাল।

প্ৰথম ৰেখা য়িন, এজনক দেখুৱায় যি বিভ্ৰান্তিত পৰিলে আৰু পৰাস্ত হ'ল। সহায়ৰ কাৰণে আবেদনে আৰু আগবাঢ়ি যোৱাটোৱে বাঞ্ছিত ফলবোৰ কঢ়িয়াই আনিব।

দ্বিতীয় ৰেখা য়িন, সৌভাগ্য আকৰ্ষণ কৰক আৰু তাত সমস্যা নহয়। যদি আপুনি সৎ এয়া উপযুক্ত সময় উৎসৱ (দেৱতাক উছৰ্গাৰ অনুষ্ঠান) উপভোগ কৰিবলৈ। সাদৃশ্যটো হৈছে ই অৰ্থ প্ৰকাশ কৰে কেন্দ্ৰীভূত ভাৰসাম্যত পৰিবৰ্তন নহ'ল।

তৃতীয় ৰেখা য়িন, এজন ব্যক্তিক দেখুৱায় যি ভাগৰুৱা আৰু বিপাঙত পৰিল লগত সহায় নোহোৱাকৈ। অকলশৰীয়াকৈ আগবাঢ়ি যোৱাটোত সুবিধাবোৰ আৰু অসুবিধাবোৰ থাকিব।

চতুৰ্থ ৰেখা য়াঙ, ধৰ্মীয় অনুষ্ঠানত ক্ষুদ্ৰ অমিলবোৰ দেখুৱায়, কিন্তু এয়া হৈছে সফলতা কিয়নো নেতাজন সৎ।

পঞ্চম ৰেখা য়াঙ, সম্প্ৰদায়টো ধৰ্মীয় অনুষ্ঠানটোৰ কাৰণে সমবেত হোৱা দেখুৱায়। নেতাজনে সকলো অংশ গ্ৰহণকাৰীৰ আন্তৰিক বিশ্বাস জয় কৰাৰ উদ্দেশ্যে সততা বিচাৰি লোৱা উচিত। এইটোৱে সৌভাগ্য কঢ়িয়াই আনিব।

ষষ্ঠ ৰেখা য়িন, এজন বিনয়ী ব্যক্তিক সন্তাপেৰে পূৰ্ণ দেখুৱায়। এই অনুতপ্তজনৰ মনৰ উদ্বিগ্ন অৱস্থা সত্ত্বেও তাত ত্ৰুটি নাছিল।

*সামগ্ৰিক বিধান ঃ জনসমাৱেশ। সফলতা। ৰজাই তেওঁৰ দেওঘৰলৈ আগবাঢ়ি যায়। এজনক অধিক দূৰত্বলৈ নিয়ে ডাঙৰ মানুহ চাবলৈ। ই সফলতা কঢ়িয়াই আনে। অধ্যৱসায়ে অধিক দূৰত্বলৈ নিয়ে। বৃহৎ উছৰ্গাবোৰৰ (দেৱতাক প্ৰাৰ্থনা) কাৰণে সৌভাগ্য সৃষ্টি হয়। ই এজনক অধিক দূৰত্বলৈ নিয়ে অনিশ্চিত কোনো কাম হাতত ল'বলৈ।*

*নিকট সাদৃশ্য ঃ পৃথিৱীৰ ওপৰত হ্ৰদ ঃ জনসমাৱেশৰ নিকট সাদৃশ্য। এনেকৈ শ্ৰেষ্ঠজনে তেওঁৰ অস্ত্ৰবোৰ নতুনৰ নিচিনা কৰে (ধাৰ দিয়ে) আগেয়ে নেদেখা জনৰ লগলগাৰ উদ্দেশ্যে।*





## ৪৬. ওপৰলৈ যোৱা

ওপৰত পৃথিৱী

তলত বতাহ

সামাজিক প্ৰতিষ্ঠা অৰ্জন। যেতিয়া এজন যোগ্য পুৰুষ সন্মানৰ উচ্চতম অৱস্থানলৈ পদোন্নতি হয় সৌভাগ্যই লগ ল'ব। অৱস্থানটোৱে এই ব্যক্তিজনক আনসকলৰ একে, উচ্চ স্থানবোৰৰ সৈতে জড়িত হ'বলৈ অনুমতি দিব।

প্ৰথম ৰেখা য়িন, দেখুৱায় যাক উচ্চতৰ চক্ৰবোৰত আদৰণি জনোৱা হয়। এয়া হৈছে সফলতা।

দ্বিতীয় ৰেখা য়াঙ, এজন সৎ ব্যক্তিক দেখুৱায় যি যচা কাৰ্যবোৰ প্ৰস্তুত কৰে, সেইবোৰ উছৰ্গাত (দেৱতাক প্ৰাৰ্থনা) গৃহীত হয়। এয়া কাৰ্যৰ শুদ্ধ গতিপথ।

তৃতীয় ৰেখা য়াঙ, দেখুৱায় এজনে এখন শূন্য নগৰৰ ভিতৰলৈ সোমাইছে। ইয়ে তাত প্ৰতিবন্ধক নহ'ব বুজায়।

চতুৰ্থ ৰেখা য়িন, দেখুৱায় যে ৰজাই আপোনাক উছৰ্গাবোৰ (দেৱতাক প্ৰাৰ্থনা) ওখ পৰ্বতত যাচিবলৈ কৈছে। এই কাৰ্যটো সফলতাৰে সম্পন্ন হৈছে আৰু তাত সৌভাগ্য হয়।

পঞ্চম ৰেখা য়িন, ইয়াৰ বিষয়টোৱে ৰাজকীয় খটখটীবোৰৰ ওপৰলৈ খোজ কঢ়াটো দেখুৱায়। ই এটা প্ৰকল্পৰ সফল সম্পাদন সূচায়।

ষষ্ঠ ৰেখা য়িন, এজনক দেখুৱায় যি খটখটীবোৰৰ ওপৰলৈ খোজ কাঢ়ে, কিন্তু শুদ্ধ পথটো নিৰীক্ষণ কৰিবলৈ অসমৰ্থ। আচম্বিতে মূৰ ঘূৰাই সম্ভাব্য পৰিণতিবোৰে এজনক অন্ধ কৰিব পাৰে। এই অৱস্থিতিটোক ৰক্ষা কৰিব পাৰিব যদি ব্যক্তিজনে অবিৰত সতৰ্কতা অব্যাহত ৰাখে।

*সামগ্ৰিক বিধান ঃ উৰ্ধ্বমুখী উচ্চাকাংক্ষাত মহৎ সাফল্য আছে। এজনে ডাঙৰ মানুহক চোৱা উচিত। ভয় নকৰিব। দক্ষিণৰ ফালে ঘূৰণে সৌভাগ্য কঢ়িয়াই আনে।*

*নিকট সাদৃশ্য ঃ পৃথিৱীৰ মাজত হাবি বৃদ্ধিপ্ৰাপ্ত হয় ঃ উৰ্ধ্বমুখী উচ্চাকাংক্ষাৰ নিকট সাদৃশ্য। এনেকৈ বংশগত লক্ষণৰ শ্ৰেষ্ঠজনে সৰু বস্তুবোৰ দ'ম কৰে অনিশ্চিত কোনো বস্তু বেছিকৈ আৰু ডাঙৰকৈ লাভ কৰাৰ উদ্দেশ্যে।*

